: প্ৰকাশক
কমল চন্দ্ৰ বড়া
পুথিঘৰ
নগাওঁ, অসম

: বেটুপাতৰ শিল্পী
ভৈৰব হাজৰিকা
ঢিং, নগাওঁ, অসম

: প্ৰথম সংস্কৰণ
ভাদ, ৫১০ শঙ্কৰাব্দ, ১৯৫৮ চন

: ছপাশাল
পুথিঘৰ প্ৰেছ
নগাওঁ, অসম



: মূল্য : তিনিটকা মাত্ৰ

স্বৰ্গগত পিতৃদেৱ ভদ্ৰ কান্ত ভূঞা
আৰু
মোৰ কনিষ্ঠা ভনী স্বৰ্গগতা জীৱন ভূঞাৰ
পবিত্ৰ সোঁৱৰণত

# লিখিবলগীয়া দুআষাৰমান

গ্ৰীষ্মৰ জোনাকী নিশা আইতাৰ তামুলী মুখত, চোতালৰ শীতল পাটীত বাগৰ দি পাটী-দৈয়া বিচনীৰ বা লৈ শুনিছিলো 'তেজীমলা', 'বাৰী-কোঁৱৰ' আৰু 'সাতকন্যাৰ সাধু'। ভাল লাগিছিল আইতাৰ দাঁত নোহোৱা মুখেৰে কোৱা সাধু শুনি শুনি। এতিয়া আইতাৰ মুখত 'তেজীমলাৰ সাধু' নাই; বাৰী-কোঁৱৰৰ সাধুও পুৰণি হৈ গ'ল। 'সাতকন্যাৰ সাধু' ৰজাৰ জীয়েকৰহে সাধু।

বালিচন্দাত এয়া আজিৰ মানুহৰ সাধু; 'তেজীমলা', 'সাতকন্যাৰ সাধু' নহয়। আইতাই কুৰি শতিকাৰ মানুহৰ সাধু কব নাজানে। কিন্তু এয়া আইতাৰে 'সাতকন্যাৰ সাধু' ৰূপান্তৰিত হৈ গল্প হ'ল। এই বিষয়ে হিন্দী লিখক শ্ৰীসুদৰ্শনেও কৈছে— "গল্প ৰচনা কেতিয়া হ'ল? কোনে কৰিলে? কেতিয়া কৰিলে? এনে ধৰণৰ প্ৰশ্নৰ উত্তৰ সংসাৰৰ ইতিহাসৰ পৰা পোৱা অসম্ভৱ। কিন্তু, গল্পৰ আৰম্ভণিৰ বিষয়ে বিশ্বস্ত ৰূপে কব পাৰি যে সংসাৰ যিমান পুৰণি বিদ্যা অধ্যয়ন আৰু মনোৰঞ্জন এই মোহিনী সামগ্ৰী গল্পও সিমান পুৰণি।" কিন্তু, লিখকৰ ধাৰণাত গল্প মানৱ জাতিৰে তথা-কথিত হাঁহি-কান্দোনৰ কাহিনী। তাকে মাথোন বিচিত্ৰ ৰচনা-শৈলীৰ দ্বাৰা লিপিবদ্ধ কৰি জনসমাজলৈ আগবঢ়োৱা হয়।

বিষয়বস্তুৰ আধুনিকতা, আৰু প্ৰকাশ-শৈলীৰ অভিনৱত্বাই আধুনিক পাশ্চাত্য সাহিত্যৰ অনুকৰণত গঢ়ি উঠা অসমীয়া চুটি-



গল্পক অতীতৰ পৌৰাণিক, উপকথা, জাতক সাধুৰ পৰা বিচ্ছিন্ন কৰি পেলাইছে। মনন আৰু প্ৰজ্ঞা আজিৰ চুটি গল্পৰ প্ৰধান অৱলম্বন। জীৱনৰ প্ৰাত্যহিক তুচ্ছতাৰ নিয়ৰ-কণাত জীৱনৰ বিশাল জল-ধাৰাৰ ইঙ্গিত চুটি গল্পৰ এইটো এটা মন কৰিবলগীয়া কথা। কাহিনীকাৰ মোঁপাচা, পৰিবেশ স্ৰষ্টা চেকভ্ আৰু এনে আন আন বিদেশী সাহিত্যিকৰ নেতৃত্বত আমাৰ অসমীয়া চুটি গল্প নতুন পথৰ পথিক।

যুদ্ধৰ আগচোৱাত চুটি গল্প শ্ৰেণী-প্ৰধান আছিল। কিন্তু যুদ্ধৰ লগে লগে এটা ওলট পালট, হুৰ-মুৰ্ অৱস্থাৰ সৃষ্টি হ'ল। শ্ৰেণী প্ৰভাৱান্বিত ব্যক্তিৰ জীৱনলৈ বিপৰ্য্যয় আহিল। অস্থিৰ আৰু বিশৃঙ্খল অৱস্থাই নিম্নগামী আৰ্থিক সমস্যা আৰু এক পুতি-গন্ধ আবেষ্টনিৰ সৃষ্টি কৰিলে; ব্যক্তিৰ মননানুভূতিত দ্বন্দই ঠাই ললে। যুদ্ধোত্তৰ কালত সেয়ে ব্যক্তি আৰু যৌন-প্ৰধান জটিল পন্থাদৰ্শী সাহিত্যই গা কৰি উঠিল; পৰিচয়ত শ্ৰেণী বা সমাজৰ প্ৰভাৱ লোপ পালে আৰু এক নতুন উদ্দেশ্য, আৰু পথৰ ইঙ্গিত লৈ আজিৰ চুটি গল্পই বাট বুলিছে।

* * * *

বালিচন্দা কোনো ব্যক্তিগত জীৱনৰ পাণ্ডুলিপি নহয়। কিন্তু ই বাস্তৱ। অৰ্থাৎ সচৰাচৰ ঘটি থকা কাহিনী আৰু তাৰ ওপৰত কাল্পনিক ৰহণ, এয়ে লিখকৰ সামান্য প্ৰচেষ্টা; যাৰ উল্লেখ বাহুল্য আৰু নিষ্প্ৰয়োজন।

বালিচন্দাত 'চাহদিয়া ছোৱালী'জনীৰ কথাই ধৰক; শ্বিলঙৰ চৰকাৰী বে-চৰকাৰী অফিচবোৰৰ কাষতে ভেঁজাদি থকা

টিনৰ এচলীয়া দোকানখনতে মাৰ্গেৰেটক লগ পাব পাৰে, যাৰ হিয়াৰ গুপুত কোণত হাজাৰ নাৰীৰ করুণা খুপ খাই আছে। মাৰ্গেৰেট নাৰী-প্ৰধান পাহাৰী নগৰৰ পাহাৰী কন্যা। পাহাৰী কন্যাৰ সৰল অন্তৰত কিমান মৰমৰ, কিমান হেপাহৰ কোঁহ সামাই আছে, কোনে উপলব্ধি কৰে ... ।

'বেইতা'ৰ শান্তনা আমাৰ সমাজত দেখাৰ নাথাকিলেও নথকা নহয়। শান্তনাৰ দৰে তিৰোতাই মানিকৰ দৰে বহুতো ডেকাৰ নিৰ্ভাজ প্ৰেম প্ৰত্যাখ্যান কৰিছে। নবৌৱেকৰ সহানুভূতি আৰু মৰম সমাজৰ প্ৰত্যেক দেওৰৰ প্ৰতি অবান্তৰ নহয়। মাতৃবৎ মৰম। ৰজনী বৰুৱাৰ দৰে এজনী জীয়া-গাভৰুৰ বাপেকে মানিকৰ দৰে এটা ডেকাৰ লগত হলি গলি ভাব ৰখাটো স্বাভাৱিক কথা।

'উপপথে' পথ বিচৰা ৰুবীৰ মাক কল্যাণীৰ দৰে কতনা নাৰীয়ে সমাজৰ চুকে-কোণে কামাতুৰ মন লৈ নীৰৱে উচুপিব লাগিছে তাৰ ইয়ত্তা নাই। ৰুবীৰ মাক কল্যাণী বদিওৰৰ জীৱনৰ প্ৰথম তিৰোতাহে, গাভৰু নহয়। কিন্তু যাক শ্ৰদ্ধা আৰু ভক্তি কৰা হয় তেনে এগৰাকী বেইতা তিৰোতাৰ পৰা পোৱা ব্যৱহাৰত বদিওৰে নাৰীৰ কামনাৰ কথা, দাম্পত্য জীৱনৰ গুপুত কথা অজটিল ভাবে বুজি পায়।

'স্নেহলতা'ৰ সমাজ সান্নিধ্যহীন স্নেতাজনী পিতৃ-বিচ্ছেদ শোকত চিৰজীৱনৰ কাৰণে অস্বাভাৱিক ভাৱে অধীৰা হৈ উঠাৰ কাৰণ সমূহৰ ইঙ্গিতৰ ওপৰত সিমান গুৰুত্ব আৰোপ নকৰি মাথোন তাইৰ শোকাতুৰা জীৱনৰ এটি চিত্ৰহে দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে। স্নেতাৰ জীৱনৰ করুণ কাহিনী শুনি ধুনীয়া



কলেজীয়া গাভৰু সুৰুজা বৰুৱাৰ নাৰী-সুলভ সহানুভূতিপূৰ্ণ নীলা চকুযুৰিত মৰম-নিয়ৰৰ টোপাল বিৰিঙি উঠে।

'বালিচন্দা', 'মাক, মৰম আৰু জীৱন'ৰ এটা পৰৱৰ্ত্তী অধ্যায়হে। 'মাক, মৰম আৰু জীৱন'ৰ চখিনাবিৱিৰ দৰে দাৰিদ্ৰ-পীড়িত সন্তানদাত্ৰী জীৱনে কনিষ্ঠ সন্তানটিক দিবলৈ স্তন-চেনেহৰ সৌ-কোঁহৰ অভাৱ দেখি চিৰবন্ধ্যা কোনোবা এগৰাকীক নিঠুৰা হৈ দি দিবলৈ কুণ্ঠিতা নহৈছিল। কিন্তু, জননী-দেহৰ স্নিগ্ধ উত্তাপৰ সান্নিধ্যই সন্তানক আশ্বস্ত কৰি তোলে। তাৰ প্ৰতিকূলে চখিনাবিৱিৰ সদ্যজাত সন্তানটিয়ে জননী-দেহৰ উত্তাপৰ সান্নিধ্যত আশ্বস্ত হবলৈ নাপালে। এয়া চখিনা আৰু আফচৰ দৰ্জ্জিৰ নিজ সন্তানৰ প্ৰতি অনিচ্ছাকৃত অৱহেলা।

বালিচন্দা উপৰোক্ত গল্পৰ মূল নায়ক জোহান আৰু ওৱাহেদক লৈ ৰচিত হৈছে যদিও তাত ভাবিৰাম, বন্ধিয়া, জুল্‌ফি, কাঞ্চী আদিৰ জীৱনৰ কাহিনীতো অস্বাভাৱিক একো নাই। সকলো আমাৰ প্ৰাত্যহিক জীৱনত লগ পাই অহা মানুহ। সিহঁত প্ৰত্যেকেই যেন জীৱন যুঁজৰ একো একোটা অমৰ সৈনিক।

'চিনাকি বন্ধুৰ চিঠি'ত জীৱনৰ মৰ্ম্মন্তুদ বেদনাৰ সংঘাত আৰু পৰিণীতা প্ৰবীনাৰ দৰে গাভৰুৰ অভিসাৰী জীৱনৰ ইঙ্গিত আছে।

'চিনাকি নগৰ'ত বাস কৰা বেইতা বিনীতাৰ পঙ্কিল জীৱনৰ আলেখ্য কিমান দূৰ স্পষ্ট হৈছে, কব নোৱাৰো, কিন্তু, কলেজীয়া ছাত্ৰ ৰুদ্ৰৰ দৰে চফল ডেকাহঁতে সাময়িক মানসিক বিপৰ্য্যয়ৰ ধুমুহাৰ পৰা অকণি আশ্ৰয় বিচাৰি বিনীতাহঁতৰ অৱস্থা-জাত-

দুৰ্ব্বলতাৰ সুবিধা গ্ৰহণ কৰে ।

'সোণতৰা'ত সোণাই পাৰৰ কঁহুৱাবনৰ আঁৰে আঁৰে কাছই কণী পৰা সোণাই-বালিত ৰবছিলা গাঁৱৰ বহু সোণতৰাৰ জীৱনৰ ছাক্‌শাল ঘুৰে, কঁহুৱানীৰ মাজৰ ম'হৰ পিঠিৰ পৰা সোণেশ্বৰৰ দৰে বহু ডেকাৰ হেজাৰ বাঁহীৰ গুৱলা সুৰে হেজাৰ সোণতৰাক বাউলা কৰে । এয়াতো পুৰণি নহয় .... ।

'অশাসিত অঞ্চল'ৰ হেমন্ত ড্ৰাইভাৰৰ জীৱনৰ অভিজ্ঞত ৰশ্মি, হাস্না আৰু স্ব-যোনিবৃত্তিধাৰিণী শীলাহঁতৰ দ্বাৰা প্ৰকাশ কৰা হৈছে । পিতৃ-পৰিচয়হীনা হাস্নাৰ প্ৰতি হেমন্তৰ দৰে পুৰুষৰ বুকুত এবুকু মৰম থকা অস্বাভাৱিক নহয় । ৰশ্মি, শালা, আৰু নৈশ অভিযানকাৰী গাভৰু গৰাকীৰ দহো আঙুলিৰ ফাঁকত কতনা কঠৰ কৰুণ বিননি অসহায়ভাবে এধাৰ চিঞৰি উঠি শেষবাৰৰ কাৰণে এটা কেঁকনিৰে দিগন্তৰ আকাশত মিলি যায় .... কোনে জানে ?

লিখকৰ ধাৰণাত গল্পকেইটা আমাৰ সমাজৰ বুকুৰে নাইবা এন্ধাৰ-পোহৰ, নীতি-নিয়মেৰে ভৰা কিছুমান তথা-কথিত কাহিনী । কিন্তু, বৰ্ত্তমান যুগত চুটিগল্পৰ মানদণ্ড দ্ৰুতবেগে আগবাঢ়িছে, বালিচন্দাই কিমান দূৰ সমতা ৰাখিব পাৰিছে, সি পাঠক সমাজৰ বিচাৰ্য্য ।

বালিচন্দাৰ গল্পকেইটা নোপোৱা পোৱা আৰু পাই হেৰুৱাই হাবাথুৰি খোৱাকে কেন্দ্ৰ কৰি ৰচনাৰ পৰিধি ঘূৰিছে । ইয়াৰ তাৰকাচিহ্ন গল্পকেইটি শ্ৰদ্ধেয় শ্ৰীদীননাথ শৰ্ম্মাদেৱৰ সম্পাদিত 'আৱাহন' কাকতত একাদিক্ৰমে প্ৰকাশ হৈ গৈছে ।



তেখেতৰ পৰা উৎসাহ উদগনি পায়েই বাকী গল্পকেইটা লিখিবলৈ অনুপ্ৰেৰণা পালো । ৰালিচন্দাৰ বেটুপাতটি নিপুণ হাতৰ তুলিকাৰে জিলিকাই তোলাৰ বাবে শিল্পী ভৈৰৱ হাজৰিকাক আন্তৰিক কৃতজ্ঞতা জনালো । বন্ধুবৰ্গৰ উৎসাহ উদগনি বিশেষ ভাবে পোৱা হৈছিল গল্প কেইটিৰ ৰচনা কালত আৰু প্ৰকাশৰ কাৰণে নানান বুদ্ধি ভৰষাও দিছিল । তাৰ বাবে তেখেত সকলৰ ওচৰত চিৰকৃতজ্ঞ ।

প্ৰকাশৰ বাটত পুথিঘৰ প্ৰেছৰ গৰাকী শ্ৰীকমলচন্দ্ৰ বড়া দেৱৰ সৌহাৰ্দ্দ্যৰ কাৰণে কৃতজ্ঞতা জনাইছো । তেখেতৰ সৌহাৰ্দ্দ্যই বালিচন্দাক আপোনালোকৰ হাতত তুলি দিলে । আৰু বন্ধু শ্ৰীঅমল চন্দ্ৰ বড়াদেৱকো মোৰ আন্তৰিক কৃতজ্ঞতা জনাইছো ।

দহোটা গল্পৰ সম্ভাৰ বালিচন্দা লিখকৰ দ্বিতীয় প্ৰকাশিত পুথি । প্ৰথম প্ৰকাশিত পুথি 'কক্ষচ্যুত'ক সুধীসমাজে আদৰি লোৱাত অনিচ্ছাকৃত ভুল ভ্ৰান্তিৰে বালিচন্দাক আগবঢ়াবলৈ উৎসাহ পালো । আশা ৰাখিলো কণমান পোহৰৰে জিলিকি উঠিবলৈ যত্ন কৰা বালিচন্দাক এফেৰি মৰম আৰু সহানুভূতিৰ দৃষ্টিৰে চাই উৎসাহ উদগনি দিয়ে বুলি । ইমানেই ।

স্মৃতি কুটিৰ
দক্ষিণ হয়বৰগাওঁ
নগাওঁ, অসম
১৯৫৮ চন ।

প্ৰেম কান্ত ভূঞা ।

## বালিচন্দা ঃ

স্নেহলতা

* অশাসিত অঞ্চল

চিনাকি নগৰ

* উপপথ

মাক, মৰম আৰু জীৱন

বালিচন্দা

* বেইতা

চিনাকি বন্ধুৰ চিঠি

* চাহ দিয়া ছোৱালী

সোণতৰা



# বালিচন্দা

অভিনৱ আঙ্গিক আৰু পটভূমিকা লৈ ৰচিত অনন্যসাধাৰণ দহোটা চুটি-গল্প-সম্ভাৰ বালি-চন্দাত পাব মানুহৰ জীৱনৰ মৰ্ম্মন্তুদ বেদনাৰ সংঘাত, পিতৃ-প্ৰেম-বিচ্ছেদ-শোক, আত্মগ্লানি বিশ্বাস, প্ৰতাৰণা, অনুকম্পা, ত্যাগ, জীৱনৰ জুৱা-চুৰি আৰু জীয়া মানুহৰ বুকুৰ এবুকু মৰ-মৰ মোল । এয়া সমাজৰ মানুহবে কথা—

# স্নেহলতা

স্নেতাৰ লগত যাতনা ভোগী আহিছো আজি ছুৰছুৰৰ আগৰ পৰা। এইয়া, নগাঁৱৰ ডাকবঙলাৰ সৰু কোঠাটোৰ বিছনাত শুই থকা স্নেতাৰ কাষৰ চকিখনতে বহি আছো বহুতপৰ। এনেয়ে নহয়, মোৰ জীৱনৰ তুলাচনিত এই বাৰ্দ্ধক্যৰ চাপে ধৰা জীৱনটোক এবাৰ জুখি চাইছো। অকলে, নিজেই নিজেই ভাবিছো। কাষৰ বিছনাত উচুপি উচুপি শুইথকা স্নেতাক আগতে বহুবাৰ কৈছো মোৰ জীৱনৰ ইতিহাস। কিন্তু তেওঁ নুবুজে। স্নেতা অবুজ। স্নেতাই মোকেই নুবুজা নহয়। আনকো তেওঁ এটা নুবুজা সাঁথৰ বুলি ভাবে। কিন্তু, মোৰ কাৰণে স্নেতা অবুজ নহয়, মই বুজো স্নেতাক। এইয়া, খন্তেক আগতে স্নেতাজনীয়ে ক্ষুধাক্লান্ত শিশুৰ দৰে আশ্ৰয় লৈছিল মোৰ বহল নোমাল বুকুখনৰ মাজত। আলফুলকৈ ময়ো সাবটি লৈছিলো স্নেতাক। স্নেতাৰ কণ্ঠত তেতিয়া কঁপা কঁপা অস্ফুট স্বৰ বাজি উঠিছিল মাথোন খন্তেকলৈ ·· ··· ···। তাৰ পাছত। তাৰ পাছত স্নেতাক নিচুকাই শুৱাই থৈছো। কান্দি কান্দি স্নেতাই কৈছিল মাত্ৰ "দেউতা" বুলি; "দেউতা" শব্দটোৰ লগত স্নেতাৰ প্ৰাণৰ সমন্ধ। এৰা, স্নেতাৰ দেউতাকৰ লগত জন্মান্তৰৰ সমন্ধ এটা আছে।

পুৰাৰে পৰা স্নেতাৰ কাষৰ পৰা আঁতৰা নাই। স্নেতাক লগপোৱা দিনৰে পৰা আজি ছটা বছৰে এদিনো মই এৰি থকা নাই। সেই কাৰণে আজিও স্নেতাৰ কাষতে বহি মোৰ জীৱনৰ দিন গণাটো মোৰ পক্ষে একো নতুন নহয়।

জন্ম··· ··· ·· । মোৰ জন্মই ধিক··· ··· ··· !! মোৰ জন্মই আছিল অভিশপ্ত !!! মই আছিলো এক কুমাৰীৰ গৰ্ভজাত সন্তান ·· ··· ··· । সমাজে কয়— জন্ম মোৰ অবৈধ বুলি। জীৱনত বহুত সমস্যাৰ লগত তুমুল ৰণ কৰি জীয়াই আছো আজি একুৰি আঠোটা বছৰ; আৰু কেইটামান দিন জীয়াই থাকিব পাৰিম এই আঁকৰী স্নেতাজনীক লগত লৈ।

* * *

আজি সাতদিন হ'ল এই ডাকবঙলাতে কটোৱা। স্নেতাৰ কাৰণে আহি ডাকবঙলাত থকাটো মোৰ জীৱনৰ কোনো এক নতুন অধ্যায় নহয়। আজি তিনি বছৰৰ আগৰ পৰা অসমৰ ডাকবঙলাই ডাকবঙলাই, হোটেলে, ভাড়াটিয়া ঘৰে হুদিনীয়া আলহীৰ দৰে দিনবোৰ কটাই ফুৰিব লগা হৈছে কেৱল স্নেতাৰ কাৰণে ····· । তাৰ ভিতৰতে কেতিয়াবা ৰাগানৰ ঘৰত, কেতিয়াবা দেউতাৰ ঘৰত থাকোগৈ। দেউতা মানে স্নেতাৰ দেউতাক।

স্নেতাই মোক ডাকবঙলাৰ প্ৰতি মোহ জন্মাই দিলে। ঘৰত থাকিলে স্নেতাই কান্দি থাকে; কথাৰ ভিতৰত মাত্ৰ



"খাওঁ" "নেখাওঁ" "যাওঁ" "নেযাওঁ" আদি কেইটামান শব্দৰ লগত চিনাকি আছিল স্নেতাৰ। কথা কব পাৰিছিল ··· । কিন্তু, নকৈছিল ··· ··· ।

আজি সাতদিন হ'লহি নগাঁৱৰ ডাকবঙলাত থকা। তিনিবছৰৰ পিছত আজি এই সাতদিন পাৰহৈ যোৱাতো স্নেতাৰ মনৰ কোনো পৰিবৰ্ত্তন নঘটিল। অহাৰ হুদিনৰ পিছতেই ডাকবঙলাৰ কাষৰ কলেজখনত পঢ়া ছোৱালী সুকুজা বৰুৱা আৰু বাসবা চৌধুৰীৰ লগত চিনাকি হোৱা সূত্ৰপাত আছিল স্নেতাই।

উক্ত দিনাৰ পুৱা ন-মান বজাত স্নেতাৰ ব্যৱহাৰত বিৰক্ত হৈ মই কিবা কিবি কৈ পেলাইছিলো। তাৰ কাৰণেই স্নেতাই ইনাই বিনাই কান্দিছিল। ময়ো কান্দি থকা স্নেতাক এৰি বাৰান্দাৰ আৰামী চকিখনত গা এৰি দি চুৰট এটা জ্বলাই হৈ যোৱা কথাবোৰকে ভাবি আছিলো। স্নেতাৰ বিননি শুনি কলেজলৈ অহা দুজনী ছোৱালী সোমাই আহে ডাকবঙলালৈ; আৰু কোনো সংকোচ নকৰাকৈ স্নেতাৰ কোঠালৈ সোমাই কান্দি থকা স্নেতাৰ মূৰত হাতদি সুধিছিল "কিয় কান্দিছে" বুলি। স্নেতাই উত্তৰত মাত্ৰ বেছিকৈহে কান্দিছিল।

অচিনাকি দুজনী ছোৱালীয়ে স্নেতাৰ পৰা কোনো উত্তৰ নেপাই উলটি যোৱাটো দুখলগা কথা নহলেও মোৰ অভদ্ৰামী হয় বুলি ভিতৰলৈ সোমাই গৈ বহিবলৈ দিলো দুয়োকে। লগে লগে ময়ো বহি পৰিলো শুই থকা স্নেতাৰ কাষতে।

এনেতে এজনীয়ে মোক নিজৰ দোষ স্বীকাৰ কৰি কৈছিল ।

:ক্ষমা কৰিব ; অনুমতি নোলাৱাকৈ ভিতৰ সোমাই অভদ্ৰামী কৰিছো ।

:নাই নাই, কি আৰু অনুমতি লব লাগিছে ? অহাৰ বাবে মই আপোনালোকৰ ওচৰত চিৰকৃতজ্ঞ ।

আনজনীয়ে কলে—

:কালিও একে কান্দোনকে শুনিছিলো এই কোঠাৰ পৰা ! আমি তেতিয়া কলেজলৈ আহিছিলো ।

:হয় ; কালিও কান্দিছিল ।

ইতিমধ্যেই দুয়োজনী ছোৱালীয়ে মোক নিজৰ নিজৰ নাম কৈ চিনাকি হৈছিল সুকন্যা বৰুৱা আৰু বাসৱা চৌধুৰী বুলি । ময়ো মোৰ নাম আৰু ব্যৱসায়েৰে সৈতে চিনাকি কৰি দিছিলো বিন্দুদত্ত বৰুৱা আৰু চাহবাগান দুখনৰ নাম কৈ । প্ৰতি নমস্কাৰ জনাই মোক সুকন্যা বৰুৱাই সুধিলে—

:কিবা অসুখ হৈছেনেকি ?

:এৰা অসুখ ; অসুখ মানে তেনে কোনো অসুখ নাই । অসুখ নাই যদিও এতিয়া অসুখ বুলিয়েই ধৰিব লাগিব । বুইছে, আৰু মই বুজাত সেতাৰ অসুখ মৃত্যুৰ আগলৈকে ভাল নহব ।

:কেনেকুৱা অসুখ ? বুজিবলৈ টান পাইছো ।

বাসবাই কলে । মই কলো—

:কথা বহুত পুৰণি আৰু বহুত দীঘল কাহিনী । এতিয়া



আপোনালোকৰ শুনিবলৈ সময় নহব ।

:প্ৰয়োজনে বিশেষ ভাবে মানুহৰ জীৱনৰ উদ্দেশ্যকো আনফালে চালখুৱাই নিব পাৰে । কওক ।

কৈ গৈছিলো । কৈ গলো এই বুলিয়েই, যিটোনেকি মোৰ চকুৰ আগৰ সত্য সেই সকলোবোৰ ।

: আজি ছবছৰৰ আগৰ কথা ; মই এদিন গৈছিলো চন্দনপুৰ বাগিচালৈ । চন্দনপুৰ বাগিচাত তেতিয়া কুলি মজদুৰ বিলাকক মহামাৰীয়ে ধৰিছিল । অৱশ্যে মই ডাক্তৰ নাছিলো । ছবছৰৰ আগতে চিনি পোৱা মানুহবোৰে মোক এজন সংস্কাৰক বুলি জানিছিল । ৰাইজৰ দুখ-দুৰ্গতিত মোৰ প্ৰাণে কান্দিব জানিছিল । গৰীব জন-সাধাৰণৰ চকুৰ পানীৰ লগত মোৰ চকুৰ পানীৰ মিল আছিল । এই কথা মই গৰ্ব্ব কৰিয়েই কব পাৰিছিলো । — তেতিয়া চন্দনপুৰ বাগিচাত সোণ-গুৰি তৈয়াৰ কৰা মজদুৰ ভাইহঁতৰ দুখ-দুৰ্গতি দেখি সাধ্য অনুসৰি সহায় কৰিবলৈ গৈছিলো মই আৰু কেই জন মান কৰ্ম্মী । ... ... ... আৰু বহুত কথা । থাওক । ভগৱানৰ কৃপাত এমাহৰ ভিতৰতে মহামাৰীয়ে বিদায় ললে । এই কথাত বাগানৰ মালিক চন্দী বৰবড়াই মোক বৰ শ্ৰদ্ধা কৰি তেওঁৰ বাগানতে ৰাখিবলৈ জোৰ কৰিলে । ময়ো পেটৰ চিন্তাত বাগানৰ এচিচ্‌টেণ্ট মেনেজাৰ বুলি যাচি দিয়া কামত সোমালো । এই দৰে কেইটামান দিন পাৰহৈ যায় । এদিন মালিক বৰবড়াই তেওঁৰ ঘৰত চাহ-মেল পাতি মোকো

নিমন্ত্ৰণ কৰিছিল। মেনেজাৰ, বৰকেৰাণী আদিৰে লগহৈ ময়ো গৈছিলো নিমন্ত্ৰণলৈ। বেচি বঢ়াই নকও, বাজ-হাউলি যেন ঘৰটোত থাকে মাত্ৰ দুটা প্ৰাণী। অৱশ্যে আমাৰ চাহ-মেলত আগ-পাছ কৰিছিল এজনী খাছিয়া আদহীয়া তিৰোতা আৰু বাগানৰে এজনী মজদুৰৰ ছোৱালীয়ে।

চাহ-মেলৰ পিছত মোৰ বাদে সকলোৱেই বিদায় ললে। ময়ো বৰবড়াই বৰলৈ কোৱাত বহি থাকিলো বহল কোঠাটোত অকলে। আমন্ত্ৰিত আলহিক বৰবড়াই বিদায় দি মোৰ লগত কথা আৰম্ভ কৰিলে। অন্য নহয়, বাগানৰ কথা, কুলি মজদুৰৰ আন্তৰিকতাৰ কথা ইত্যাদি। ময়ো শুনি গৈছিলো জোনবাই দেশৰ কোনোবা আইতাৰ মুখত শুনা সাধুৰ দৰে। সময় বোৰ পাৰহৈ গৈছিল আমাৰ দুয়োৰে কথাৰ মাজেদি। কথাৰ শেষত বড়াই জীয়েকৰ কথা উলিয়াই কৈছিল —

: মোৰ ঘৰখনত মানুহ বুলিবলৈ মই আৰু ছোৱালী জনীৰ বাদে কোনো নাই। আমি দুটাই আমাৰ সংসাৰ খনৰ সকলো। :

ময়ো পৰ্দাৰ ফালে চাই দেখিলো এজনী ছোৱালী শিলৰ মূৰ্ত্তিৰ দৰে থিয় হৈ আছে। তেখেতে ছোৱালীজনীৰ চৰিত্ৰৰ বিষয়ে বহুতো কৈছিল। ঘৰুৱা কথা শুনি মোৰ অকনো ভাল নালাগিছিল। কাৰণ ময়ো মোৰ ঘৰৰ কথা কৈ কাৰোবাৰ আগত বেজাৰ কৰি পোৱা নাই। আৰু মোৰ তেনে কোনো বংশ পৰিয়াল নাছিল। শুনিলে আপোনালোকৰ



কিবা কিবি লাগিব। তথাপিও কৈ যেন শান্তি পাওঁ। শুনক — মই জন্ম হৈছিলো এক কুমাৰীৰ গৰ্ভৰ পৰা। মোক জন্ম দি মোৰ কুমাৰী মাতৃয়ে আত্ম-হত্যা কৰিছিল সমাজৰ ৰতনা গঞ্জনাৰ পৰা মুক্তি লভি। শেষত ডাঙৰ দীঘল হলো বন্ধুৱাৰ ঘৰৰ মৰম স্নেহৰ মাজত। অক্লান্ত পৰিশ্ৰম কৰি যুগৰ উপ-যোগী শিক্ষা লাভ কৰিছিলো। তাৰ পাছত জনতাৰ নগ্ন-বাস্তৱতাই মোক কৰালে বাধ্য মুক্তি-সংগ্ৰামত যোগ দিবলৈ। থাওক নিজৰ জীৱনৰ পাতনি মেলি আপোনালোকক বিৰক্ত নকৰো।

সেই দিনা আৰু কথা নহৈ গুছি আহিলো।

তাৰ পাছত বাগানৰ মালিক বৰবড়াৰ সহৃদয়তাৰ কাৰণেই মই প্ৰতিদিনে আমন্ত্ৰিত হৈছিলো তেখেতৰ ঘৰলৈ। গৈছিলো; দুভাগখিনি বাগানৰ কথাই ওলাইছিল। তাৰ মাজতে জীয়েকৰ কথাও কয় —

: এই মোৰ অবিহনে পাগল হব বকুৱা! জীয়েকে বাপেকক ইমান বেছিকৈ ভাল পাব নোৱাৰে। কোনো দিনে ক'তো দেখা নাই, শুনা নাই, জীয়েকে বাপেকক ইমান ভাল পোৱা। তাইৰ মোৰ প্ৰতি কৰা ব্যৱহাৰবোৰ লক্ষ্য কৰি মই পিতৃ স্নেহৰ মৰ্ম্ম উপলব্ধি কৰিব নোৱাৰাহৈ পৰিছো। ...... মোৰ তেজৰ কণিকাৰ লগত সম্বন্ধ নাই কাৰণেই তাই এনেকুৱা নেকি? নেজানো।

তেখেতৰ কথাষাৰ শুনি মই চক্‌খাই উঠিলো।

কি আচৰিত! জীয়েকে বাপেকক শ্ৰদ্ধা কৰে, মই বুজো। কোনো বাপেকে জীয়েকৰ ভালপোৱাৰ কথা এনেকৈ নকয়। মই কি বুজিলো কব নোৱাৰো। তেখেতৰ মতে মই বুজাতকৈয়ো আৰু বেছি তেখেতে বুজে কিজানি। তথাপিও আচৰিত হলো তেখেতৰ শেষৰ কথাৰ "তেজৰ লগৰ সমন্ধৰ" কথাষাৰ শুনি। তেন্তে কি সেই ছোৱালীজনী তেখেতৰ নহয় ...... ? মই অলপ সংকোচ ভাবে সুধিলো — "তেজৰ লগত সমন্ধটো"ৰ প্ৰভেদ কেনেকুৱা বুলি। তাৰ উত্তৰত তেখেতে কৈছিল—

তেখেতে কৈছিল যে বিয়া কৰাইছিল এঘৰ সম্ভ্ৰান্ত পৰিয়ালৰ শিক্ষিতা ছোৱালী। বিয়াৰ চাৰিদিনৰ পিচত দুয়োৰে মনোমালিন্য হোৱাত সম্ভ্ৰান্ত পৰিয়ালৰ শিক্ষিতা কন্যাই দেউতাকে যৌতুকত দিয়া গাড়ীখনৰে দেউতাকৰ ঘৰ বুলি ৰাওনা কৰিলে। সেই ৰাওনাই আছিল নতুন কন্যাৰ স্বামীৰ ঘৰৰ পৰা শেষ বিদায়। তাৰ পাছত দেউতাকৰ ঘৰত ছমাহৰ বাদে পৰিণীতা জীয়েকৰ জন্ম হোৱা কন্যা সন্তানটিৰ এবছৰ হোৱাত দেউতাকে আনি পুনৰ বাগানত থৈ যায়হি। বৰবড়াই বিবাহিতা পত্নীক বহুত দিনৰ মূৰত পাই অভিমান অভিযোগ সকলোবোৰ ত্যাগ কৰি সহৃদয়তাৰেই সামৰি লৈছিল, কিন্তু পাপ কাম লুকাই নথকাৰ দৰেই বড়াৰ পত্নীয়েও নোৱাৰিলে তেখেতৰ গোপন গোপনে ৰাখিব। অপবিত্ৰ পত্নীয়ে পবিত্ৰ স্বামীৰ দেহটো কলঙ্কৰ পৰা বচাবৰ কাৰণেই বোধহয় আহি পোৱাৰ



কেইদিনমানৰ পিছতেই বিহ খাই আত্মহত্যা কৰিলে।

পত্নী বিয়োগৰ পিছত তেখেত শোকত বিহ্বল হৈ পৰিছিল যদিও সেই কন্যা সন্তানটিকে বুকুত বান্ধি দ্বিতীয় বিবাহৰ প্ৰস্তাৱকো হেলাৰঙ্গে প্ৰত্যাখ্যান কৰিব পাৰিছিল। তেতিয়া মই সহজে বুজিব পাৰিছিলো যে, সন্তানটিৰ তেজৰ লগত বৰুৱাৰ তেজৰ কিমান সম্বন্ধ আছিল; বৰ দুখেৰে কৈছিল বড়াই। নিজে জনাত সন্তানটি আনৰ হলেও তেখেতে সেইখিনি গোপন কৰি সমাজক দেখুৱাইছিল নিজৰ বুলিয়েই। তাৰ পাছত সন্তানটিৰ কথা কৈছিল।

পাখিলগা সময়বোৰ পাৰহৈ গৈছিল উৰি উৰি। ক্ৰমে সন্তানটিয়েও কুমাৰৰ চাক-শালত মাটিৰ পাত্ৰই গঢ় লোৱাৰ দৰে বাঢ়ি আহিল আয়াজনীৰ বোকোচা আৰু তেখেতৰ অপত্য স্নেহৰ মাজেদি। ষোলটা বছৰৰ ভিতৰৰ বাপেক জীয়েকৰ মাজৰ মৰম স্নেহবোৰৰ কথা মোক কৈছিল তেখেতে। কৈছিল—

: বৰুৱা! তাই আছিল যৌৱনপ্ৰান্তবৰ্ত্তিনী সুলক্ষণা গাভৰু। সৰুৰে পৰা অতি আদৰৰ মাজত ডাঙৰ দীঘল হোৱাৰ কাৰণেই তাই মোৰ লগ এৰি কতো থাকিব নোৱাৰিছিল। ময়ো। ময়ো বাগানৰ পৰা আঁতৰি অন্যত থাকিবলৈ ইচ্ছা নকৰিছিলো। কাৰণ, ব্যৱসায়ৰ ক্ষেত্ৰত নিজে নাথাকিলে অনাহক হানি হোৱাৰ আশঙ্কা আছিল মোৰ দুৰ্ব্বাৰ। সেই কাৰণেই তাইকো মই জনসমাজৰ সংশ্ৰৱৰ পৰা সদায় আঁতৰত ৰাখিব লগাত পৰিছিলো, আৰু বাগানৰ নিৰৱতাৰ মাজত অতি নিৰৱ ভাবেই কটাইছিলো।

উচৰচুবুৰীয়াৰ লৰা-ছোৱালীবোৰেও মোৰ আভিজাত্যৰ মানদণ্ডলৈ সংকোচ কৰি কোনো দিনাই অহা নাছিল তাইৰ লগ লবলৈ । কিন্তু, তাইক যুগৰ উপযুক্ত শিক্ষাৰ কাৰণে ঘৰতে গৃহশিক্ষক ৰাখি দিছিলো । নাচ-গান আদিও তাইৰ কাৰণে নতুন কথা নাছিল । তাতে তাই যিমান শিকিছিল সিমানেই আছিল তাইৰ শিক্ষা । জন-সমাজৰ আঁৰত থাকি নতুনৰ আভাস দিবলৈ ময়ো অশেষ যত্নপৰহৈ পৰিছিলো তাইৰ কাৰণে । কিন্তু, সকলোবোৰ জানি শুনিও মোৰ অবিহনে তাই পৃথিৱীখন আন্ধাৰ বুলি মোৰ আগত হাজাৰ বাৰ স্বীকাৰ কৰি আহিছে । তাইৰ স্বীকৃতিত মই কেতিয়াও সন্তুষ্ট হব নোৱাৰো, বন্ধুৱা ! তাইক মই এঘৰলৈ উলিয়াই দিবই লাগিব । এসময়ত তাইৰ দায়িত্ব লৈছিলো যোতয়া কিবা নহয় কিবা এটা কৰিবই লাগিব । মই জানো, বুজো, তিৰোতা মাত্ৰেই এজন পুৰুষৰ অঙ্কশায়িনী আৰু সন্তানৰ মাক হবলৈ কামনা কৰে । কিন্তু, এইৰ ক্ষেত্ৰত মই তাৰ ৰিপৰীতে মত পোষণ কৰিবলৈ বাধ্য ।

আজি কিছুদিনৰ আগতে তাইৰ বিয়াৰ সকলো যোগাৰ কৰি তাইৰ আগত কৈছিলো—: তোৰ বিয়া হব, তাই বিয়া সোমাব লাগিব মোৰ বন্ধুৰ পুতেকৰ লগত । শিক্ষিত ডেকা, ভাল চাকৰি কৰে । ইত্যাদি । বিয়া বুলি কোৱা কথাত তাই অবাক হৈ মোৰ ফালে চাই আছিল অনিমেষ নয়নেৰে, অন্তৰত কিবা এটা সুবুজা ভাব লৈ । মই বুজিছিলো, তাই বিয়া কি বস্তু বুজা নাছিল । কিন্তু, তাই বাগানৰ মজদুৰ



বিলাকৰ বিয়া দেখিছে, উপলব্ধি কৰিৰ পৰা নাই । ভাবিছিলো, তাই নাৰী যেতিয়া বিয়াৰ প্ৰয়োজনটো অনুভৱ কৰিব পাৰিব । বিয়া মানুহৰ প্ৰয়োজন, তায়ো মানুহৰে সন্তান, গতিকে তায়ো বুজিব বিয়াৰ প্ৰয়োজন কি । কৈছিলো, বুজাবৰ চেষ্টাত সহজ ভাবে,— মানুহে বিয়া পাতে, ঘৰ সংসাৰ পাতে কিন্তু, তথাপিও তাই পাতিব খোজা বিয়াত মত নিদিলে । কলে, "দেউতা বিয়া দি মোক আপোনাৰ লগৰ পৰা খেদি দিব ? মই বিয়া নহওঁ । কেতিয়াও মোক বিয়া দিব নোৱাৰে দেউতা ; আপোনাৰ লগৰ পৰা মই কলৈকো নাযাওঁ ।" আৰু কি কৈ তাইক বুজাম বন্ধুৱা ! কলে আচৰিত হবা তথাপিও কওঁ শুনা—:

কথা কৈ তেখেত কিছুপৰ ৰৈ গৈছিল অতি নিৰৱেই । ময়ো তেখেতৰ ফালে চাই, এবাৰ পৰ্দাখনৰ ফালে চাই পঠিয়াইছিলো । দেখিছিলো পৰ্দাৰ সিপাৰে তাইকে, এটা প্ৰস্তৰ-খোদিত অজন্তাৰ মূৰ্ত্তিৰ দৰে থিয় হৈ আমাৰ কথা-বোৰ শুনি থকা । তেখেতে পুনৰ কয়—

: কেতিয়াবা তাইৰ মীনাকৰা চকু-যুৰিৰে সুকোমল মুখখনত দেখিছিলো আসক্তি, অকৃত্ৰিম কামুকতা, জীৱন্ত লাম্পত্য আৰু অকপট দৈনন্দিন বেদনা ।

এইয়া চিৰ সত্য ; তাই ভুল কৰে মই দেউতাক বুলি ।

কিন্তু, মই তাইৰ দেউতাক…… ! আৰু কি কম ?

মই এতিয়া উপায়হীন । এতিয়াও, এৰা এতিয়াও

মই তাইক এৰি এক তিলাৰ্দ্ধ সময় বাহিৰ ওলাই যাব নোৱাৰো বকুৱা ! মোৰ অনুপস্থিতিত তাই কান্দি কান্দি বাউলী হয় । কোৱাছোন ! ইয়াৰ প্ৰতিকাৰ আছেনে...... ?

কিন্তু, তেখেতৰ কথাত মই একো উত্তৰ দিব নোৱাৰিছিলো । বহুত চিন্তা কৰিও তাৰ প্ৰতিকাৰ নাপাইছিলো বিচাৰি । এদিনেই নহয়, বহুদিন বড়াই জীয়েকৰ বিয়াৰ বিষয়ে মোক সুধিছিল । কিন্তু, তেখেতৰ অভিজ্ঞ-যুক্তিত মোৰ কোনো কথাই নৰজিব বুলি ভাবি একো নোকোৱাকৈয়ে আছিলো উপায়হীন হৈ ।

এদিন হঠাতে তেখেতে মোক অবাক কৰি পেলালে জীয়েকৰ বিয়াৰ কথাৰে । ময়ো তেখেতৰ অশান্তি আৰু অনুৰোধলৈ লক্ষ্য কৰি মত দি পেলালো অবাধে । অবাধে মই মত দিলো জীয়েক স্নেহলতাক বিয়া কৰাম বুলি । স্নেহলতাক বিয়া কৰাই তেখেতৰ ব্যৱসায়ৰ চিন্তা আৰু কন্যা দায়ৰ চিন্তাৰ পৰা মুক্তি দিব লাগে । সেয়ে হ'ল । বিয়াৰ প্ৰস্তাৱ কৰাৰ কেইদিনমানৰ পিছতে অশেষ গোলমালৰ মাজেদি পাৰ হৈ গ'ল মোৰ আৰু স্নেহলতাৰ বিয়াখন ।

এতিয়া স্নেহলতা আৰু মোৰ বিয়া হোৱা ছবছৰ পাৰ হৈ গ'ল । ছবছৰৰ প্ৰথম তিনিটা বছৰ পাৰ হৈ গৈছিল স্নেহলতাৰ মনৰ পৰিবৰ্ত্তন আনিবলৈ যত্ন কৰাত । কিন্তু, এতিয়ালৈকে বাকী তিনিটা বছৰো সেই একে উদ্দেশ্যৰ পৰা অব্যাহতি



পোৱা নাই । প্ৰথম তিনিটা বছৰত স্নেহলতাৰ কোনো পৰিবৰ্ত্তন নেদেখি দেউতাক চন্দীবৰাই বাগানৰ আৰু জীয়েকৰ সম্পূৰ্ণ ভাৰ মোৰ ওপৰত দি অনিৰ্দ্দিষ্ট কালৰ বাবে ঘৰ এৰি ওলাই যায় স্নেহলতাৰ অজ্ঞাতে । এইয়া, এতিয়া প্ৰায় তিনিটা বছৰ শেষ হৈ গ'ল, কিন্তু স্নেহলতাৰ কোনো পৰিবৰ্ত্তন নঘটিল আৰু দেউতাও ফিৰি নাহিল । এতিয়া দেউতা নোহোৱা তিনিবছৰ স্নেহলতাৰ কাৰণে ময়ো ঘৰ এৰি অঘৰীৰ দৰে ঘুৰি ফুৰিব লগা হৈছে । ফুৰিছো, কিজানিবা ক'ৰবাত মৌচুমী বদলি হৈ স্নেহলতাৰ মনলৈ পৰিবৰ্ত্তন আহে...... ! কিন্তু, নহ'ল । এতিয়া এইয়া, অলপ আগতে "অভেল্‌টিন্" একাপ খাবলৈ দিয়াত নেখাই পেলাই দিছিল । ময়ো অলপ টান কথা কৈ দিলো । সেই কাৰণেই কান্দিছিল !:

বাসবা আৰু সুকুজাইঁতৰ আগত স্নেহলতাৰ কথা কৈ যেন মই ভাগৰি পৰিছিলো । স্নেতাৰ কথা শুনি তেওঁলোকে মাথো দীঘল উশাহবোৰ সলাইছিল আৰু কান্দি কান্দি তলকা মৰা স্নেতাজনীৰ ফালে পলকহীন দৃষ্টিৰে চাই আছিল । ময়ো বেহেৰাটোক কৈ তেওঁলোকক চাহ দুকাপ খুৱাই বিদায় দিওঁ । বিদায় দিয়াৰ আগতে সুকুজাইঁতে মোক কৈছিল— "যদি আপুনি বেয়া নেপায় তেন্তে আপোনালোক ডাকবঙলাত থকা কেইদিন দুই এবাৰকৈ অহা যোৱা কৰি থাকিম ।"

ময়ো কৈছিলো স্নেতাৰ কাৰণে তেওঁলোকৰ মোৰ তালৈ অবাধ গতি বুলি । আহি আছে তেওঁলোক ।

অকল তেওঁলোকেই নহয়, তেওঁলোকৰ সহপাঠী, প্ৰবীণা, গীতা, আজামীৰি, দিপ্তা, শান্তা আদি সকলোবোৰ। তেওঁলোক আহে আৰু যায়, কিন্তু, স্নেতাৰ কোনো পৰিবৰ্ত্তন দেখা নাই। বোধকৰো স্নেতাৰ মনৰ কোনো পৰিবৰ্ত্তন নহব। কিযে আঁকৰী স্নেতাজনী ··· ····! আজি ইমান দিনেও তাই পাষাণা হৈয়ে থাকিল ··· ··· !!

বহু সময় পাৰ হৈ গ'ল স্নেতাৰ কাৰণে বাসবাহঁতৰ অনুকম্পাৰ কথা ভাবি ভাবি। চুৰট এটা জ্বলাই স্নেতাৰ কাষৰ পৰা বাৰান্দালৈ ওলাই আহি আৰামী চকিখনতে বহোহি। তেতিয়া পুৱাৰ নগৰখন যেন সজীৱ হৈ উঠিছে। আগফালৰ কাছাৰীঘৰৰ ৱৰকাঁহত ন টাৰ সংকেত শুনিছিলো। এই সাত দিনতে চিনাকি হোৱা নগৰখনৰ অশান্ত পৰিবেশটো চাই ভাল লাগিছে।

তেতিয়া স্নেতাই উচুপিবলৈ এৰি অলপ তলকা মাৰিছে। ··· ···· এৰা, স্নেতা এতিয়া অলপ শুইছেগৈ উচুপি উচুপি। ····· ···স্নেহলতা ! এৰা, তাইৰ নাম স্নেহলতা, কিন্তু মই তাইক 'স্নেতা' বুলি মাতো···· ·········।

# অশাসিত অঞ্চল

—মাজনিশা। অশান্ত মহানগৰী তেতিয়া শান্তহৈ পৰিছে। মই কিন্তু তেতিয়াও অশান্ত। টেক্সীখন মালিকৰ ঘৰৰ গেৰেজত থৈ মাজনিশাৰ আন্ধাৰৰ মাজেদি আগুৱাইছো মোৰ ভেৰণীয়া কোঠাটোলৈ। আন্ধাৰৰ মাজত চাগৈ মোৰ কোঠাটোত হাস্না অকলে শুই আছে। মইহে এই মাজ নিশা ৰাজআলিত।

শান্ত মহানগৰীৰৰ অশান্ত বতাহ এছাটিয়ে মোৰ গা কোবাই গ'ল। উৎকট চেচাঁ ৰাজআলিৰ কুঁৱলীবোৰ ঠেলি মই মাথো আগুৱাওঁ। নিৰ্জ্জন আলিটো, অদূৰৰ কোনোবা অট্টালিকাৰ পৰা 'টাইগাৰ', 'জেলি'ৰ কাণফটা চিঞৰ আহি মোৰ কাণত পৰিছেহি। মই মাথো আগুৱাইছো আলিৰ কাষৰ 'লাইট পষ্ট'ৰ সীমাবদ্ধ পোহৰত।

সেণ্টোলগা জাৰত চুৰট এটাৰ হেপাহটো প্ৰবল হৈ উঠে। কোনোবা এটা 'লাইট পষ্ট'ৰ তলতে ৰৈ এটা চুৰট জ্বলাই এবাৰ পাছলৈ ঘুৰি চাই পুনৰ আগুৱাওঁ মুখত হিন্দী ছবিৰ গান গুণগুণাই। কেইখোজমান আগুৱাওঁতেই 'হেই' বুলি কৰ্কষ মাত এষাৰ কাণত পৰিলহি। মাত শুনি থমকি ৰলো। —দুটা পুলিচ। ওচৰ পোৱাত শুক্লা আৰু বুদ্ধি, দুয়োকে চিনিপালো। ড্ৰাইভাৰৰ লগত পুলিচৰ

সমন্ধটো বৰ বেলেগ ধৰণেৰে গঢ়ি উঠা সমন্ধ। শুক্লা আৰু বুদ্ধিৰ 'নাইট ডিউটি' আছিল। নিচেই ওচৰ পোৱাত শুক্লাই মোক চিনি পাই মাত দিয়ে—"হেমন্ত ?" মই উত্তৰ দিলো 'এবা' বুলি। শুক্লাই পুনৰ কয়—

: বহু দেৰ হুৱা আজ ?

: দেৰ হোগিয়া ভাইয়া ; ক্যা কৰেগা। এক ভাড়া মিলা থা।

: কাহাতক ?

: ক্যা কহেগা ভাইয়া ! বৰ জবৰ ভাড়া থা।

কথা কোৱাৰ লগে লগে মোৰ হৈ যোৱা ঘটনাটো চকুৰ আগত জিলিকি উঠিল। বুদ্ধিয়ে বুজিব পাৰি মই কিবা বিপদত পৰিছিলো নেকি সোধে—

: কি অ', কিবা গোলমাল হৈছিল নেকি ? কিমান পালি ভাড়া ? বুদ্ধি অসমীয়া লৰা। তাৰ ঘৰ উজনি অসমত ; কিন্তু, সেই চহৰতে সি পুলিচৰ কাম কৰে। তাৰ উত্তৰত মই চুৰটটোত দীঘলীয়াকৈ হোঁপা এটা মাৰি কলো—

: টকা পাইছো বহুতো। কিন্তু...... !

: ক্যা কুচ গৰবৰ হোৱা ?

শুক্লাই সোধে—। মই ঘটনাটোৰ আঁতি-গুৰি বিৱৰি কলো। শুনি সিহঁতে আগলৈ তেনেকুৱা ভাড়ালৈ যাবলৈ হাক দিলে। দিবইতো। মাজৰাতি এজনী জীয়া গাভৰু টেক্সীত লৈ মহানগৰীৰ বাহিৰৰ নিৰ্জ্জন ঠাইত এৰি থৈ অহাটো



আচৰিত কথা। মোৰ ভীষণ ভয় লাগিছিল তাই বিভলভাৰটো দাঙি মোৰফালে পোনাই টেক্সীখন ৰখাবলৈ কোৱাত। মই টেক্সীখন ৰখাওঁ। কাৰণ চলালে ৰখাবও লাগে। তাই গাড়ীৰ দুৱাৰ মেলি মোৰ প্ৰাপ্য 'ভাড়া' দি মোক সাৱধান কৰি দিয়ে— সেইৰাতি তাই তেনেকৈ নগৰৰ বাহিৰ হৈ যোৱাৰ কথাটো মোৰ প্ৰাণ গলেও প্ৰকাশ নকৰিবলৈ। কিন্তু, ঘটনাটো কি একো বুজিব নোৱাৰিলো।

তিনিও কথা পাতি গৈ থাকোঁতেই মোৰ থকা ঠাইলৈ যোৱা গলিটোৰ পদুলি পালোহি। সিহঁতৰ পৰা বিদায় লৈ গলিটোৰেদি নামি যাওঁ। কুৰি খোজমান গৈয়ে শীলা থকা ডাঙৰ ঘৰ এটাৰ সৰু কোঠাটো। তাৰ কাষতে কিছুপৰ ৰলো। ভিতৰত কাৰোবাৰ মাত শুনা যেন অনুমান কৰি তাত নোৱোৱাকৈয়ে মোৰ কোঠাৰ দুৱাৰ ঠেলি ভিতৰ সোমাই লেমটো জ্বলালো। লেমৰ পোহৰত কোঠাটোৰ ভিতৰত থকা আন্ধাৰ খিনি বাহিৰ ওলাই যোৱা যেন লাগিল। বিছনাখনত বহি জোতাযোৰ ভৰিৰ পৰা সোলোকাই বিছনাত বাগৰ দিয়েই দুৱাৰখন বন্ধ কৰিবৰ কাৰণে হাতমেলি ঠেলা এটা মাৰি দিলো। দুৱাৰত হুক্ লগোৱাৰ কোনো সুবিধা নাই। থাকিলেও বন্ধ কৰাৰ প্ৰয়োজন অনুভৱ নকৰোঁ। কাৰণ চোৰে চুৰ কৰি নিবনো কি ? আৰু যি চোৰ সি মোতকৈ কোনো গুণে নিঃস্ব নহয়, আৰু সিহঁতেই মোৰ কোঠাটো আৰু হাস্নাৰ ৰখীয়া। মোৰ অবিহনে সিহঁতেই মালিক মোৰ কোঠাটোৰ।

তাৰো যেন মোৰ কোনো প্ৰয়োজনেই নাছিল ; কেৱল হাস্নাৰ কাৰণেহে মাথোন। কোঠাটোৰ ভিতৰত ভুজনীয়া খাটখনৰ এটা ফাল অধিকাৰ কৰি হাস্না শোৱে। বাকী ফালটো থাকে মোৰ কাৰণে। সিও মাত্ৰ কেইটামান ঘণ্টাৰ কাৰণেহে। পুৰা সাত বস্তাতেই কোঠাটো আৰু হাস্নাক এৰি বাজ ওলাওঁ ; ৰাতি আহো বাৰ বজাত। কাষৰ কোঠাটোত মজ্‌দুৰ থাকে তাৰ মাক আৰু ভনীয়েক মচ্‌ফিকাৰে সৈতে। তাৰ ব্যৱসায় 'পকেট মাৰ'। সেই ব্যৱসায়কে লৈ সি মাক আৰু ভনীয়েকক পোহ-পাল দি আছে মহানগৰীৰ এটা অশাসিত অঞ্চলত। মই থকা ঠাইডোখৰো সেই অশাসিত অঞ্চলৰ ভিতৰৰে। তাত বহু ধৰণৰ মানুহ থাকে। জুৱাৰী, মদপা, কাবুলি, গুণ্ডা, গণিকা আৰু মোৰ দৰে টেক্সী-ড্ৰাইভাৰো থাকে। এই অশাসিত অঞ্চলৰ এইবোৰেই অধিবাসী।

সোলোকাই থোৱা কোটটোৰ জেপৰ পৰা সেমেকি থকা চুৰট এটা উলিয়াই লেমৰ তাপত সেকি লৈ জ্বলালো। বিছনাত বাগৰ দি চুৰটটো হোঁপি আছো। টোপনি একোতে নাহে। জ্বলি থকা লেমটো লৈ এবাৰ হাস্নাৰ মুখখন চাওঁ। নিমীলিত সৰু চকুযুৰিৰে হাঁহো-হাঁহো কৈ থকা মুখখন চাই শান্তি পাওঁ। লেমটো টেবুলখনত থৈ বিছনাত পৰি তাই লৈ থকা কাপোৰখনৰে এটা আঁচল ময়ো লওঁ। কাপোৰ খন মই লাৰাৰ লগে লগে বোধকৰোঁ হাস্নাই জাৰ পাই বাগৰ সলায়।



বহুপৰ পাৰহৈ গ'ল টোপনি নহাকৈয়ে। হাস্নাক কাষত লৈয়ে আঁতি-গুৰি নোহোৱা বহুত কথাকে ভাবো। তেতিয়া মহানগৰীত গভীৰ নিৰৱতা। হাস্নাই টোপনিতে এবাৰ মোৰ ডাড়ি ভৰা মুখখনত হাত ফুৰায়। ময়ো কিবা আবেগতে তাইৰ কাষ চাপি মাত দিওঁ 'হাস্না' বুলি। তাই কিন্তু কোনো সমিধান নিদিলে। তেতিয়া তাই গভীৰ টোপনিত লালকাল। কিমান সুখেৰে শুই আছে বেচেৰী-জনীয়ে। ভাবি ভাবি মোৰ আনন্দতে ৰঙা চকুৰ কোণত পানী জমে। ভাবো— কোনোবা এটা শুভ মুহূৰ্ত্তত ভগবানে হাস্নাক আনি দিলেহি। ভাবিলে সাঁথৰ যেন লাগে। তাই শুৱলা কণ্ঠেৰে মোক উদ্দেশ্য কৰি প্ৰথম কোৱা কথা কেষাৰলৈ মোৰ আজিও মনত পৰে— "এই ড্ৰাইভাৰ! হামকো ঘৰমে লে চলো।" এই বুলি কৈয়ে তাই টেক্সীৰ দুৱাৰ মেলি দিবলৈ কয়। ময়ো সহৃদয়তাৰে দিওঁ দুৱাৰ মেলি। তাই 'ফ্ৰণ্ট ছিট'তে বহি 'ইধাৰ' 'ওধাৰ' কৈ দেখুওৱা ইঙ্গিত মতেই গোটেই দিনটো মটৰ চলালো মহানগৰীৰ অগণন আলিয়েদি। কিমান যে মানুহক সুসুধিলো তাইক চিনি পোৱাৰ কথা·· ···! কিন্তু, কোনেও তাইৰ প্ৰতি সহানুভূতি নেদেখুৱালে। তাৰ পিচৰ দিনা তাইৰ ফটো তুলি বাতৰি কাকতত হেৰা পোৱাৰ জাননী দিলো। কিন্তু, অন্তৰৰ মৰম লৈ তাইৰ কাৰণে বাউলী মাক বা চিন্তান্বিত বাপেক কোনো নাহিল বিচাৰি। আজি ভেৰটা মাহত সোমোৱাতো কোনো

অহা নাই ।

তাই এতিয়া মোৰ লগতে আছে । দিনৰে দিনটো তাই মজ্‌নুৰৰ মাক ভনীয়েকহঁতৰ লগতে কটাই দিয়ে বং ধেমালি কৰি । ৰাতি হলে তাই মোৰ বিছনাখনতে অকমাণি লাহৰী দেহাটো পেলাই থয় । বৰ দুখ লাগে দিনটোত এবাৰ তাইক চাই যোৱাৰ সময় কৰিব নোৱাৰাৰ কাৰণে । মজ্‌নুৰৰ মাকৰ তাতে তাইৰ খোৱাৰ যোগাৰ কৰি দিওঁ । সবহ ভাগেই তাই মজ্‌নুৰৰ ভনীয়েক মচ্‌ফিকাৰ লগতে শোৱে । মোলৈ যিদিনা তাইৰ মনত পৰিব সেইদিনা মোৰ অহাত পলম হলেও তাই মোৰ উদং বিছনাখনতে শুই থাকেহি । সি যি কি নহওক, জীৱনত নিচেই অকলশৰীয়া যেতিয়া ভগবানে মোক এজনী সংগিনী আনি দিছে । তায়েই মোৰ সকলো । তাইক মানুহ কৰিব লাগিব । তাই আজি অঘৰী, টেক্সী-ড্ৰাইভাৰৰ ভনীয়েক । হলেও তাই নামজ্বলা মহিলা হব লাগিব । ভাল দৰালৈ তাইক বিয়া দিব লাগিব । আজি কালিতে তাইক পঢ়াৰ কাৰণে স্কুলত নাম লগাই দিব লাগিব । নহলে মচ্‌ফিকাৰ লগত থাকি তাই বেয়া হৈ পৰিব । মোৰ প্ৰতি মচ্‌ফিকাৰ ব্যৱহাৰ বৰ বেলেগ ধৰণৰ । মই ৰাতি আহিম বুলি জানিও তাই মোৰ বিছনাতে হাস্নাৰ লগত শুই থাকেহি । বৰ কিবা কিবা যেন লাগি যায় মোৰ ।

হাস্নাক স্কুলত নাম লগাই দিম, তাই পঢ়ি ক্ৰমে ডাঙৰ হৈ আহিব; মই তেতিয়া এই অশাসিত অঞ্চল এৰিম । হাস্নাও



তেতিয়া কলেজত পঢ়িব । কলেজত ... ...? হাস্নাই কলেজত পঢ়িলে মোৰ দৰে আন হেমন্তই হয়তো ... ! ছিঃ কি আপদীয়া কথাবোৰ মনলৈ আহে ! কি পাপ কৰি আহিছিলো মই ! কলেজৰ কথা ভাবোতেই একেলগে বহুত কথাই মনলৈ আহিল । প্ৰথমতে আহে ৰশ্মিৰ কথা—কলেজ য়ুনিয়ন হোৱাৰ আগতে তাই মোক মাতি নি কৈছিল—

: হেমন্ত দা ! আপুনি আলোচনীখনৰ সম্পাদকৰ কাৰণে নুঠে কিয় ? আমাৰ গাৰ্লছ ষ্টাফে আপোনাকে সমৰ্থন কৰিব .... । সেই কথাৰ প্ৰত্যুত্তৰত মই কৈছিলো—

: কি কৰিবা ৰশ্মি ! প্ৰশান্ত গগৈৰ কাৰণেই .... । মই তেওঁকে 'এফিচিয়েণ্ট' বুলি ভাবো । আলোচনীত গল্প-প্ৰবন্ধ লিখিও থাকে । সেই কাৰণেই ..... ।

তাৰ বাদেও হোৱাই নোহোৱাই কলেজ পিৰিয়ডৰ ভিতৰতে লগ ধৰি 'হেমন্ত দা অমুকটো' 'হেমন্ত দা তমুকটো' আদি নানা কথাৰ মহলা মাৰে । তাকে দেখি অনিত্য বৰুৱাহঁতে ঠাট্টা মস্কৰা কৰা আজিও মনত আছে । ৰশ্মিজনী কথাত বাংগালী চঞ্চল গতিৰ । তাই মোক ভালপোৱাৰ কথা তাইৰে সহপাঠী অঞ্জলী দেৱীয়ে এদিন কৈছিল । মই তাইক এক প্ৰকাৰ ধমক দিয়াৰ দৰেই কৈছিলো— তোমালোকে ভালপোৱা কথাষাৰ বৰ সহজ বুলি বিবেচনা কৰা । পিচে আন এদিন তাই নিজে মোক মাতি নি কথাষাৰৰ সত্যতা প্ৰমাণ কৰি দিলে । সেই দিনা অনেক কথা হোৱাৰ পাচত ৰশ্মিয়ে কিবা এটা

ভাবি মোক একাকি কবিতা গাই শুনালে; তাৰ পাচতো আৰু বহুত কথাৰে মোৰ ওচৰত ধৰা দিছিল তাই মোক সচাকৈয়ে ভাল পায় বুলি।

আজি কালিকৈ ৰশ্মি মোৰ নিচেই কাষ চাপি আহিল। মোৰ খৰচ-পাতিৰ অসুবিধা বুজি তাইৰে সৰু ভায়েকক পঢ়োৱাৰ ভাৰ দিলে— মোক সদায় লগ পোৱাৰ সুবিধাটোৰ কাৰণে। ঘৰুৱা শিক্ষকৰ নামত গধূলি সময়ত একপ্ৰকাৰ প্ৰেমালাপ কৰিবলৈ যোৱা বুলি কলেও বেচি কোৱা নহয়। এটা দিনৰ কথা মোৰ আজিও ভালকৈয়ে মনত আছে— । কিবা এটা কথাৰ আলোচনাত ময়ে কৈছিলো— পৃথিবীৰ বৰ বৰ মনীষীয়ে নাৰী জাতিক সাপৰ লগত তুলনা কৰে। তাৰ উত্তৰত ৰশ্মিয়ে কৈছিল— "নাৰী সাপ হলেও বুজা শক্তি নাৰীৰ আছে; আৰু কোনো সাপে নিজৰ খাদ্যক বিষাক্ত কৰি নিজৰে অপকাৰ মাতি নানে।" তাৰ বাদেও আৰু বহুতো উত্তম-মধ্যম কথাৰ আলোচনা চলিছিল।

* * * *

সুনীল আকাশত অলেখ নক্ষত্ৰৰ ভিতৰত চন্দ্ৰ-সুৰ্য্যৰ গাত গ্ৰহণ ঘটাৰ দৰে মোৰো অন্তৰ ৰশ্মিৰ গ্ৰহণে সৰ্ব্বগ্ৰাস কৰি পেলালে। এদিন চন্দ্ৰ-সুৰ্য্য, জুই-ব্ৰাহ্মন সাক্ষী কৰি ৰশ্মিৰ দেউতাকে তাইক মোক গতাই দিলে। কলেজৰ শিক্ষাৰ অৱসান ঘটাই ৰশ্মিৰে সৈতে সৰু সংসাৰখন চলোৱাত ব্যস্ত হৈ পৰিলো।



* * * *

দিনবোৰ ক্ৰমে সলনি হৈ যাবলৈ ধৰিলে। ৰশ্মিক মোক গতাই দিয়াৰ পিছত পুৰণি দিনবোৰৰ লগতে তাইৰ মনটোও হৈ আহিল পুৰণিৰ মাজেদি নতুন। আধুনিকা ৰশ্মিৰ মানত মই হৈ পৰিলো যেন কোনোবা শতাব্দীৰ চেকা লগা কাল ....! ৰশ্মিৰ মনৰ ইমান পৰিবৰ্ত্তন ঘটিব পাৰে, মই ভাবিব পৰা নাছিলো। ... ..... এদিনৰ ঘটনা এটাই মোৰ জীৱনত এটা জোকাৰণি দিলে! সেইদিনা কামৰ পৰা আহি অন্তঃস্বত্বা ৰশ্মিক ঘৰত নাপায় মই একো আচৰিত হোৱা নাছিলো। তাইক সেই দৰে ঘৰত নোপোৱাটো একো নতুন কথা নাছিল। কাৰণ প্ৰায় দহ মাহমানৰ পৰাই ৰশ্মিয়ে ফুৰিবলৈ বা দেউতাকৰ ঘৰলৈ যাবলৈ মোৰ অনুমতিৰ অপেক্ষা নকৰিছিল। সেই দিনাও ভাবিছিলো, তাই চাগে দেউতাকৰ ঘৰলৈকে গৈছে। দেউতাকৰ ঘৰো সেই চহৰতে।

এৰাতি দুৰাতিকৈ যেতিয়া কেইৰাটাও ৰাতি পাৰ হৈ গ'ল, মই তাইৰ দেউতাকৰ ঘৰত খবৰ কৰিলো। কিন্তু, তাত তাই নাই। বহুল অনুসন্ধান চলাই মই অৱশেষত বুজিব পাৰিলো, ৰশ্মি সেই চহৰতেই নাই। তথাপিও এফালে অনুসন্ধান ৰাখি লাজ-মান কাতি কৰি থৈ কামলৈ অহা-যোৱা কৰিয়ে আছিলো। এদিন অফিচতে এখন চিঠি পালো। বেনামী চিঠি। মোলৈকে লিখিছে -

"মোৰ কাৰ্য্যত আপুনি আচৰিত হৈছে নিশ্চয়! মই

বিবাহিতা হলেও মোৰ সুখ-সম্ভোগ, কামনা আৰু বাসনা আছে। মোৰ জীৱনৰ উদ্দেশ্য নাছিল উদাস আৰু নিকৰুণ জীৱন নিওৱা। এতিয়া মই আপোনাৰ পৰা বহুত আঁতৰত। মোক নিবিচাৰিব। বিচাৰি পালেও লাভ নহব। বৰ্ত্তমান মই অকলে নহয়, ৰত্না, মই আৰু তেখেত। গতিকে আমাৰ সম্বন্ধটো তাতে শেষ কৰি থৈ আহিছো। অৱশ্যে ৰত্নাৰ ওপৰত আপোনাৰ অধিকাৰ থাকিল………।"

চিঠিখন পঢ়িয়েই মোৰ মূৰ ঘূৰি যোৱা যেন লাগিল। ভাবিছিলো ৰত্নাৰ কথা। এৰা, ৰত্নাৰ ( মানে জন্ম হোৱা শিশুটিৰ ) ওপৰত মোৰ অধিকাৰ আছে……। ৰত্নাতো তাইৰ নহয় !! কিছুদিন অপেক্ষা কৰি ৰত্নাকছোন দি যাব পাৰিলে-হেঁতেন মোক…… !!

এইবোৰ কথা ভাবি থাকোঁতেই জ্বলাই লোৱা চুৰট্‌টো ৰোধকৰো চেঁচা লাগিয়েই নুমাই গ'ল ; ছাঁইখিনি ঠুকুৰ এটা মাৰি পেলাইদি পুনৰ জ্বলাই হোঁপিছো। তেতিয়া বহুত ৰাতি। বাহিৰত হিম পৰি আন্ধাৰ ঘনহৈ আহিছে। দিনটোৰ ভয়লগা স্মৃতিবোৰ মনলৈ আহিছে। ওৰে দিনটো মহান-গৰীৰ বুকুৰেদি টেক্সী চলোৱা ৰাস্তাবোৰ মোৰ চকুৰ পৰ্দ্দাত এটি এটিকৈ ভাঁহি উঠিছে। আজি হাস্নাক কাষত লৈ অতীতক আগলৈ মাতি আনি মই যেন টোপনিক হত্যা কৰিছো ! আজি আৰু টোপনি নাহে ৰোধকৰো। আজি হাস্নাক পোৱা দিনটোৰ কথা মনত পৰিছে। সেই-



দিনা তাইৰ ঘৰ বিচাৰি নেপাই সুধিছিলো—তোমাৰ দেউতাৰা আছেনে ?

ঃ দেউতা কি মই বুজা নাই।

ঃ দেউতাৰা—তোমাৰ বাবায়েৰ ! তোমাৰ জন্মদাতা ?

ঃ অ' দেউতা ! মোৰ মাইহে জানে দেউতাৰ কথা, মই নেজানো।

চমৎকাৰ উত্তৰ ! কি ছোৱালী এইজনী ! বাপেকৰ কথা কব নোৱাৰে ! বাপেকৰ কথা কব নোৱাৰা তাই আন সমাজৰ ছোৱালী নিশ্চয়। ……এতিয়া হয়তো তাই মোক 'বাবা' বুলি নেমাতিব। তাই মোক এতিয়া 'কাকা' বুলি মাতে। কাৰণ মজ্‌নুৰৰ ভনীয়েক নচ্‌ফিকাই 'কাকা' বুলি মাতে। হাস্নাই তাইকে অনুসৰণ কৰিছে। মই তাইৰ ককায়েক। এৰা, অনাথিনী হাস্না জনীয়ে ককাই এটা বিচাৰি পাইছে মোক। মোৰ মৰমৰ বান্ধ চিঙি হয়তো তাই আঁতৰি নেযাব। তাই মোক নেদেখিলে কান্দে ; দেখিলে হাঁহে। মোৰ অবিহনে মজ্‌নুৰৰ মাকে তাইক মৰম কৰে। তায়ো বান্ধ খাই পৰে মৰমৰ ডোলেৰে।

নুমাই যোৱা চুৰট্‌টো পেলাই দি হাস্নাৰ গাত ভালকৈ কাপোৰ জাপি দি টোপনি যাবলৈ যত্ন কৰিলো। টোপনি কিন্তু নাহিল। দিনটোৰ কথাবোৰ ঘনে ঘনে মনত পৰিছে। টেক্সীড্ৰাইভাৰৰ জীৱনত বহুতো ঘটনাই ঘটে। কিন্তু, আজিৰ ৰোমাঞ্চ কিবা নতুন ধৰণৰ যেন লাগে। অৱশ্যে সেই গাভৰু

জনীয়ে মোৰ টেক্সীখন কেইবাদিনো ভাড়া কৰিছে। কেতিয়াবা 'চিনেমা হল'লৈ, কেতিয়াবা পাৰ্কলৈ। কিন্তু, তেতিয়া তেনে কোনো ব্যৱহাৰৰ আভাস পোৱা নাছিলো। আজি তাইৰ এনে সংহাৰ-মূৰ্ত্তি দেখি ভয় লাগিছিল। এজনী গাভৰুৰ তেনে মূৰ্ত্তি দেখিলে জীয়ামানুহৰ ভয় লাগিবই। কিন্তু, ৰোমাঞ্চটো বুজিব নোৱাৰি নিজে নিজে লাজ পাইছো। গাভৰুজনীৰ মাজনিশাৰ অভিযানটো বৰ কেনেবা কেনেবা লাগিছিল। কি বুলিম তাইক; ডকাইত নে বেশ্যা, নে কোনোবা অভিসাৰিকা? তাইক মই এদিন এখন ফাৰ্ম্মাছিত লগ পোৱাৰ কথা মনত পৰে। কিবা এটা দৰৱ কিনিছিল। এটা মাৰাত্মক দৰব নিশ্চয়—। কম্পাউণ্ডাৰ জনে দৰবটো দি আচৰিত দৃষ্টিৰে তাইলৈ চাই আছিল। সেই কথাটোৱেই আজি মনত পৰিছে। তাৰ পিচত কেতিয়াবা কেতিয়াবা প্ৰসাধন কৰি ৰাজআলিত অকলে অকলে ঘূৰি ফুৰা কেইবাদিনো দেখিছো।

আজি তাইৰ কোমল হাতেৰে ডাণ্ডি লোৱা বিভলভাৰটোৰ ঘোৰা টিপিবলৈ হয়তো সতেই ন'গলহেঁতেন, ...... মোক ভয়হে দেখুৱাইছিল তাই। কিন্তু, তাইৰ ব্যৱহাৰত মোৰ হাঁহি উঠিছিল— ৰশ্মিৰ দৰে গাভৰু এজনীয়ে মোলৈ বিভলভাৰটো পোনাই লোৱা দেখি। এৰা, তিৰোতা বোলা শব্দটোৱেই এটা দুবুজ্য কথা বুলি ভাবো। ... .... ... মই টেক্সী ড্ৰাইভাৰ। মহানগৰীৰ কিমানখিনি অভিজ্ঞতা লৈ



ড্ৰাইভাৰ হৈছো তাই নেজানে, নুবুজেও। বুজে কেৱল ড্ৰাইভাৰ বুলিহে। আমিয়েই বহুতকো সুবিধা দি আহিছো। ধনী, মানী, চোৰ, ডকাইত, গুণ্ডা, বেশ্যা আদি সকলোকে নিৰ্দ্দিষ্ট স্থানত পহুছাই দিয়াটোৱেই আমাৰ কৰ্ত্তব্য। সঁচাকৈয়ে ড্ৰাইভাৰ মানুহৰ বৰ উপকাৰী। কুৰি শতিকাৰ যন্ত্ৰযুগত ড্ৰাইভাৰৰ মূল্য আছে, অথচ সকলোৱে অৱজ্ঞাৰ পাত্ৰ কিয় এই ড্ৰাইভাৰবোৰ ... ... ? সকলোৱে ঘৃণা কৰে কিয় ..... ?

এয়ে আমাৰ ড্ৰাইভাৰ জীৱনৰ সাঁথৰ। য'তে ৰাতি ত'তে কাতি। হাস্নাক পোৱাৰ আগতে টেক্সীখনতে শুইছিলো। বেলেগ ঘৰৰ কোনো প্ৰয়োজন নাছিল। কিন্তু, হাস্নাই মোক বাধ্য কৰালে সংসাৰখনক মৰমৰ চকুৰে চাবলৈ। তাইৰ হাঁহি মুখখন দেখিলে দিনটোৰ অৱসাদ পাহৰি যাওঁ। তাইৰ মুখৰ ডালিম-গুটীয়া দাঁতকেইটা উলিয়াই হঁহা হাঁহিটোৰ কাৰণে তাইক কেঁচা-টোপনিৰ পৰা জগাইও এবাৰ হঁহুৱাওঁ। ইমান মৰম লাগে তাইলৈ।

অতীত বৰ্ত্তমানৰ বহুতো কথাই মোৰ চকুৰ আগত লুকাভাকু খেলে। লেমটোত তেল নোহোৱাৰ কাৰণে পোহৰ কমি কোঠাটোত এন্ধাৰ নামে। আধামেলা দুৱাৰখনেদি বাহিৰৰ কুঁৱলীবোৰ বতাহৰ লগত কোঠাটোত সোমাই পৰে। পুনৰ চুৰট্ এটা জ্বলাই লেমটো নুমাই টোপনি যাবলৈ যত্ন কৰো। তেতিয়া দুপৰ নিশা পাৰহৈ গৈছে আৰু লগে

লগেই তিনি বজাৰ কাঁহৰ শব্দ আহি মোৰ কাণত পৰেহি। কিছুপৰ পাৰ হয় আগৰ দৰেই। এনেতে শীলাৰ কণ্ঠত শুনিলো – 'নিকাল যাও হিঁয়াছে, নিকাল যাও।' মাজনিশা তায়ো নোশোৱে। এৰা, মাজনিশা শীলাৰ দৰে গাভৰুৱে সাৰে থাকে। বহুত গাভৰুৱেই সাৰে থাকে ৰাতি ...।

তাইৰ মাত শুনি একে চাৱেই শুৱাৰ পৰা উঠি মেলখাই থকা দুৱাৰ খনৰ কাষত থিয় দি বলো। দূৰৰ 'লাইট পষ্ট'ৰ কুঁৱলী ভেদ কৰি অহা 'লাইট'ৰ ক্ষীণ পোহৰত দেখিলো এটা মানুহ। বোধহয় শীলাৰ প্ৰাৰ্থী সি। সি মদ খাই বেহুঁচ্ হৈ পৰি আছে শীলাৰ দুৱাৰ মুখত। ওলাই গৈ শীলাৰ কাষত থিয় হৈ সকলো শুনিলো। শেষত তাক একো নকৰি ধৰি ধৰি আলিৰ কাষৰ ঘৰ এটাৰ বাৰান্দাতে থৈ আহিলো, বাকী থকা ৰাতিকণ তাই শান্তিৰে শুৱক বুলি। তাই গণিকা। মদ, মাংস আৰু যৌৱন-মৰহা দেহাটো লৈয়ে তাই জীৱনৰ বেপাৰ কৰিছে। অনাগত 'ওমৰ'ৰ 'চাকি' হৈ 'সুৰাৰ পিয়লা' যাচে, দেহ বেচে। বিনিময়ত তাই জীৱিকা আৰ্জ্জে। আজ্জিৱই। মানুহৰ যেতিয়া চলাৰ পথ নেথাকে তেতিয়া সমাজৰ অতি ঘৃণনীয় হলেও মানুহে অতি সহজে সহজ পথ বাচি লয় জীৱিকা নিৰ্ব্বাহৰ। সকলোকে সাম্য-ভাবে মৰম বিলাই তাই সেই অপাংক্তিত অঞ্চলত বাচি আছে।

* * * * * *

মই তেতিয়াও শীলাৰ ওচৰতে; ক্ষন্তেক পিচতে বাহিৰ



ওলাই ডাঠ কুঁৱলীৰ মাজেদি শেহৰাতিৰ পশ্চিম আকাশত অৰ্দ্ধ-চন্দ্ৰটো দেখিলো। পুৱালৈ আৰু বেচি পৰ নাই। সাত বজাৰ লগে লগেই আকৌ ওলাই যাব লাগিব বাতিৰ বাৰ বজালৈকে। শুবৰ কাৰণে আকৌ বিছনাত বাগৰ দিলোগৈ। মোৰ হিমসিক্ত চেঁচা দেহাটো হাস্নাৰ সৰু গৰম গাটোত লগাত তাই কিছু আঁতৰি যায় টোপনিতে। ময়ো তাইৰ বেচি ওচৰ চাপিবলৈ চেষ্টা নকৰি কাপোৰখন ভালকৈ লৈ চকু দুটা জোৰকৈ মুদিলো। তেতিয়া বাহিৰত নিয়ৰৰ টোপাল সৰিছে.....।

—:০)+(:০—

# চিনাকি নগৰ

দহ বছৰৰ আগতে এৰি যোৱা নগৰখনলৈ আকৌ আহিলো। চৰকাৰী চাকৰি কৰি বদলি হৈ বাগৰি ফুৰি পুৰণা নগৰখন আকৌ পালোহি।

*        *        *        *

মই অহা বাচখন তেতিয়া নগৰখনৰ ভিতৰ সোমাই আগ বাঢ়ে বাচষ্টেণ্ডলৈ! দহ বছৰৰ আগৰ চিনাকি নগৰখন আজি মোৰ অচিনাকি যেন লাগে। পুৰণি নগৰখনৰ আলি পদুলিবোৰ নতুন হৈছে। নৈখনৰ পাৰৰ সৰু সৰু গছবোৰ এতিয়া ডাঙৰ হৈছে; কিন্তু, সেই পুৰণা বৰগছজোপা একে চিনেই আছে। তাৰ তলতে নগৰলৈ অহা অৰবী, খোজনায়া আদিয়ে স্বাধীন ভাবে জীৱনৰ দুটা এটা দিন কটাই যাব পাৰিছিল। যেন শাসনহীন এখন চৰাইখানাহে।

: চিনাকি নগৰখনৰ চিনাকি বৰগছ জোপাৰ তলতে নগৰৰ অচিনাকি অৰবী আলহীবোৰে দীঘলীয়া জীৱনৰ দুটা চাৰিটা দিন কটাই যায়হি :

*        *        *

বাচষ্টেণ্ড। মটৰ বাচখন ৰোৱাৰ লগে লগেই 'বাবু কুলি'হঁতে আগুৰি ধৰে। লগে লগেই ময়ো নামি পৰো। নামিয়েই ময়ো সোমায় পৰিব লগা হয় 'বাবু কুলি'হঁতৰ



মাজত। মোকে আদি কৰি কেইজনমান যাত্ৰীক আগুৰি ধৰিলে। ধৰিবই। সিহঁতে পৰিশ্ৰম কৰে। জীয়াই থকাৰ আশাত সিহঁতে সবল দেহেৰে সময়ৰ লগত সংগ্ৰাম কৰিয়েই একো একোটা শকত পৰিয়ালৰ ভৰণ-পোষণ চলায়!

আগুৰি ধৰা 'বাবু কুলি'হঁতৰ মাজত থাকি মোৰ বিৰক্তি জন্মিল। এনেয়ে নহয়, ইমানবোৰ মজদুৰক মই মোৰ ট্ৰাংকটো আৰু বিছনাখনৰ কাৰণে ভাড়া কৰিব নোৱাৰো। সেই কাৰণেই। তথাপিও দুটাকেই ভাড়া কৰিলো অতীতৰ সেই ঘুতুলাই মহাজনৰ "নতুন পৃথিবীৰ" হোটেলখনলৈ।

ঘুতুলাই মহাজন আছিল আজি দহবছৰৰ আগৰ চন্দীডেকা। ঘুতুলাইৰ চাপৰ আৰু শকত দেহটোৰ কাৰণে আমি (তেতিয়াৰ ডেকাচামে) তাক ঘুতুলাই বুলি মাতিছিলো। সেই নামে মাতিলে সি বেয়া নাপায়; বৰ আগ্ৰহেৰে মাতিছিলহে।

মুটীয়া দুটাৰে সৈতে "নতুন পৃথিবী" হোটেলৰ পদুলিত থিয় হওঁতেই ঘুতুলায়ে মাত দি কলে—

: জীৱন বাবু নহয়নে? চিনিবই নোৱাৰা হ'ল দেখোন!

: হয় ঘুতুলাই। এইয়া আকৌ আহিলো তোমালোকৰ নগৰখনলৈ।

: ভগবানে যাক য'ত থিতাপি দিব লাগে দিবই। ভালেই হ'ল আপুনি ইয়ালৈ আহিল। আজিকালি আৰু আগৰ দিন নাই জীৱন বাবু। ৰামও গ'ল আযোধ্যাও গ'ল। অতি কম সময়ৰ ভিতৰতে ঘুতুলায়ে মোক দহবছৰৰ

আগৰ পৰা আজিলৈকে যি খবৰ বাতৰি আছিল সকলোবোৰ এটা এটাকৈ কৈ যাবলৈ ধৰিলে । ময়ো শুনি গলো কোনোবা ৰজা মহাৰজাৰ সাধু শুনাদি । অকল খবৰকেই কোৱা নাছিল, আৰু বহুতো কৈছিল । বহু সময় কথা হোৱাৰ পিচত মই অহাৰ অভিপ্ৰায়টো সুধিলে, — কলো । বদলি হৈ অহাৰ পৰা ঘুতুলাইৰ "নতুন পৃথিবী" হোটেলত থকাৰ সা-সুবিধাকে আদি কৰি সকলোবোৰ । মোৰ কথা শুনি সি বৰ ভাল পালে । তাৰ হোটেলত স্থায়ী বাসিন্দা যথেষ্ট আছে যদিও মোৰ দৰে তাৰ কোনো আপোন নাছিল । সি যি কি নহওক, মই তাৰ তাত থাকিবলৈ সুবিধা পালো ।

দহবছৰৰ আগৰ "নতুন পৃথিবী'ৰ নামটো এতিয়াও পুৰণি হৈ যোৱা নাই । ঘুতুলায়ো পুৰণি হোৱা নাই । সিও যেন নতুনৰ লগত নতুন হৈয়ে আছে । বিয়া কৰাইছে; লৰা এটা ছোৱালী এজনী হৈছে । এতিয়া সি এখন সৰু সংসাৰ চলাব লাগে । কিন্তু, সংসাৰৰ হেঁচাই তাক চেপিছে যদিও তাৰ দেহৰ কান্তি, দেহ-বসন্তৰ দিপ্তী হীন হৈ যোৱা নাই ।

: 'নতুন পৃথিবী'লৈ নতুন মানুহ আহে, যায় ; কিন্তু, ঘুতুলাই তাৰ "নতুন পৃথিবী"ৰে মহাজন হৈ আছে । নতুনৰ লগত সি নতুন হৈয়েই আছে ।:

ঘুতুলাই মহাজনৰ লগত নানান ধৰণৰ কথা হোৱাৰ পিচত সি চিনাকি কৰি দিয়া কোঠাটোত অলপ জিৰণি লওঁ । অকলে । অকলশৰে সৰু কোঠাটোত বহি চুৰটৰ শ্ৰাদ্ধ কৰি



মোৰ পুৰণি চিনাকি নগৰখনৰ কথা ভাবো ;—দহবছৰৰ আগতে কলেজলৈ যাওঁতে লগপোৱা শেঙ্গুণ-নাকী পেটুলী ছোৱালী কেইজনী এতিয়া চাগৈ মেনকা উৰ্ব্বশী হৈ মই পঢ়া কলেজ-খনলৈকে অহা যোৱা কৰিছে । সিহঁতক হয়তো এতিয়া মই চিনিবই নোৱাৰিম । সিহঁতেও । এৰা, বছৰবোৰ এনেয়ে যোৱা নাই ; অতীত হৈ যোৱাৰ লগে লগেই ইতৰ প্ৰাণী সকলোৰে গাত বছৰবোৰে একো একোটা চাপ বহুৱাই থৈ যায় ।

সেইদিনা আছিল দেওবাৰ । আবেলি অলস ভাবটো আঁতৰাবৰ কাৰণে একাপ চাহ খাই ওলাই গৈছিলো । কেই-খোজমান যোৱাৰ পাচতেই পিচফালৰ পৰা মোৰ নাম কাঢ়ি মতা শুনিলো । ফিৰি চাই দেখো— মোৰ পুৰণি বন্ধু যতীন । তাক লগ পাই মই আচৰিত হলো । হোৱাৰ কথাই । দহ বছৰৰ আগৰ নগৰখনত পুৰণি বন্ধুজনক লগ পালে আচৰিত হব লাগে । লগে লগেই যতীনৰ চেহেৰাৰ পৰিবৰ্ত্তন লক্ষ্য কৰিবলগীয়া । যত্নৰে ৰখা গোঁফকোচাৰে ঘনকৈ দাঢ়ি গজা অণ্ডাকৃতিৰ মুখখন । আহি ওচৰ পোৱাত ময়ো শ্ৰদ্ধা আৰু আগ্ৰহেৰে আকোৱালি ধৰিলো হেৰাই পোৱা পুৰণি বন্ধুক ।

* * * *

দহবছৰৰ আগৰ নগৰখনলৈ আহোঁতে প্ৰথমে মই লগ পাওঁ মোৰ চিনাকি ঘুতুলাই মহাজনক । সিয়ে মোৰ পুৰণি, প্ৰথম চিনাকি । তাৰ পাছত পালো যতীনক । খুব ভাল

লাগিল যতীনক লগ পাই। পুৰণি কথাবোৰ স্তুঁৰৰি এটা এটা কৈ আলোচনা হবলৈ মন গ'ল। সেই ইচ্ছাৰে তাৰ লগৈহে দুয়ো আগবাঢ়ো। এনেতে যতীনে মোক কয়—

: কছোন জীৱন! ক'ত আছিলি? ইয়ালৈ কেতিয়া আহিলি আৰু কেতিয়াকৈ যাবি; নে একেবাৰেই আহিছ?

: বাঃ তই দেখোন এক ডজন প্রশ্ন কৰিলি; বাৰু শুন—চৰকাৰী চাকৰিত গোটেই অসম ঘুৰি ফুৰিছিলো। ইয়ালৈ অহা প্রায় তিনিঘণ্টামান হৈছে আৰু ইয়াতে কিছুদিন থাকিম বুলি আহিছো। বেচ্ ইমানেই।

: তাৰ মানে তই ইয়াত আকৌ থাকিবি?

: এৰা, আহিলো সেই বুলিয়েই। অন্ততঃ আকৌ অন্যলৈ বদলি নোহোৱালৈকে।

: বাৰু ভালেই হ'ল। তোক পাই মোৰ খুব ভাল লাগিছে দে ভাই। নহলে মই একেবাৰেই ভূত হৈ যাব ধৰিছো।

: তই এতিয়া কি কৰিছনো? চাকৰিনে অন্য কিবা?

: কৰিবি কি; চাকৰি কৰাৰ কিবা উপায় আছিল জানো? তই ইয়াৰ পৰা যোৱাৰ পিচতেই ৰায়বাহাদুৰৰ 'মটৰ ওৱৰ্কচপ'ত কাম শিকিলো পুৰা তিনিবছৰ। তাৰ পিচত দুবছৰমান এনেয়ে ঘুৰিলো। শেহত উপায় নাপায় মাৰ সাঁচতীয়া টকা কেইটামানৰেই এখন 'ওৱৰ্কচপ' খুলিলো। তাৰেই চলি আছো এতিয়ালৈকে।



: ইজ ইট এ ফেক্ট? মই কথা কৈ এখোজ বৈ যাওঁ আৰু তাৰ ফালে তধা লাগি চাই থাকোঁ। কাৰণ, যতীনৰ এনে পৰিবৰ্ত্তন ঘটাটো মোৰ পক্ষে এক আচৰিত কথা! যি যতীনৰ কোটৰ জেপত তাচপাত আৰু মদৰ বটলৰ সৰবৰাহ, সেই যতীন আজি এখন মটৰ 'ওৱৰ্কচপ'ৰ মালিক! চাৰিজন কৰ্ম্মীৰ সি আজি অন্নদাতা! ভাল লাগিল তাৰ পৰিবৰ্ত্তনটো দেখি। লগে লগে সি মোৰ ফালে চাই কয়—

: জীৱন! তই বিশ্বাস কৰিবলৈ টান পাইছ নহয়? কি কৰিবি ভাই! সময়ৰ সোঁতে মানুহক কোন ফালে চাল খুৱায়, কব নোৱাৰি। অন্ততঃ মা-ভনীহঁতক পোহ-পাল দিবৰ কাৰণেই মোৰ এই পৰিবৰ্ত্তন। সিহঁতৰ আশীৰ্ব্বাদতে এতিয়া দুখন 'ট্রাক,' এখন 'ষ্টাফ কাৰ' চালু অৱস্থাত আছে। আৰু এখন বাচৰ 'লাইচেন্স' লৈ ব'ডি তৈয়াৰ কৰাই আছো।

মই তাৰ ফালে বহুপৰ চাই থাকি কওঁ— তই বেছি কোৱা নাইতো?

: বেছি? বাৰু ব'ল মোৰ 'ওৱৰ্কচপ'তে অলপ বহোঁগৈ।

মই আৰু একো নকলো। তাৰ কথামতেই আগবাঢ়ি যাওঁ। 'ওৱৰ্কচপ'টো নোপোৱালৈকে আৰু তেনে ধৰণৰ বিশেষ কথা হোৱা নাছিল। নগৰখনৰ 'চিনেমা— হল' টো এৰি এক ফাৰ্লংমান গৈয়ে বাওঁহাতে সৰু আলি এটাইদি ঘুৰি তিনিটা পদূলি পাৰ হলো। এনেতে যতীনে "আহ"

বুলি চতুৰ্থ পদূলিটোৰেদি আগ বাঢ়ে। ময়ো তাৰ লগে লগে গৈ আছো। সেই পদুলিটোৰেই আছিল যতীনৰ 'মাত্ত মটৰ ওৱৰ্কচপ'ৰ পদূলি। চৰকাৰী আলিটো এৰিলেই 'মাত্ত মটৰ ওৱৰ্কচপ'ৰ ডাঙৰ ডাঙৰ আখৰেৰে লিখা 'চাইন বৰ্ড'খন চকুত পৰে। সেইখনেই যতীনৰ 'ওৱৰ্কচপ'। মুখ-পতা ঠাইত টিন-পাতৰ চালি দিয়া আহল-বহল 'ওৱৰ্কচপ'টো। চাৰিজন মিস্ত্ৰিয়ে কাম কৰিয়ে আছে।

যতীনৰ সৈতে গৈ 'ওৱৰ্কচপ'টো চাই তাতে কিছু সময় বহিলো। লাভ-লোকচান আদি আলোচনাৰ মাজে-দিয়েই পাৰহৈ গৈছিল কিছুসময়। ভাল লাগিছিল তাক পৰিবৰ্ত্তন কৰা 'ওৱৰ্কচপ'টোত বহি। বহুত কথাৰ শেষত দুয়ো বহাৰ পৰা উঠিলো' অলপ ফুৰি আহো বুলি। বহুত দিন নেদেখা পুৰণি নগৰখনৰ চিনাকি আলিটোৰেদি দুয়ো আগবাঢ়ো। আলিৰ বেঁকা ভাঁজটো ঘুঘুৰাকৈয়ে গৈ থাকিলে নগৰখনৰ মাজেদি যোৱা সৰু নৈ খনৰ পাৰৰ আলিটো পায়গৈ।

তেতিয়া আকাশত সন্ধিয়া নামো নামো। আমিও গৈ নৈ পাৰৰ আলিটোত উঠোগৈ। নৈ পাৰৰ মটৰ নোযোৱা আলিৰ কাষত থকা বেঞ্চখনতে বহিলো সন্ধ্যাটো কটাই দিওঁ বুলি। লগে লগেই যতীনে চুৰটৰ পেকেটটো উলিয়াই মোৰ ফালে দিয়ে। ময়ো তাৰে এটা চুৰট জ্বলাওঁ। সিও চুৰটটো জ্বলাই কয়—



: বাৰু জীৱন! তইতো মোৰ বহুতেই পৰিবৰ্ত্তন দেখিলি! পিচে তই কছোন, তোৰ খবৰ কি আছে?

: খবৰ দেখোন তয়ে জান সকলো।

: মানে?

: মানে আৰু কি? সেই তাহানিৰ 'মনিকা'......!

: অ' সেইটো! সেইটো কোন কাহানিৰ কথা! আজি আধা যুগৰ অধিক কাল পাৰহৈ গ'ল। আৰু সেই মনিকা এতিয়া ক্ষীণ দেহৰ মনিকা হৈ থকা নাই। বিয়া দিলে। তাৰ বাদেও এটা এটাকৈ প্ৰায় পাঁচোটা সন্তানৰ মাক হৈ ৰুচিয়াৰ তিৰোতাৰ দৰে গোৰৱত ওফন্দি পৰিছে।

: এৰা, যতীন! মনিকাক বিয়া দিয়াৰ কথা মনত্ত পৰে দে।

কিছুসময় ময়ো নিমাত, সিও নিমাত। তেতিয়া সন্ধ্যা-ভ্ৰমণৰ কাৰণে নৈপৰীয়া আলিটোৰেদি দুই এজনকৈ মানুহৰ সমাগম বাঢ়ে। মই তাক পুনৰ কলো-হয় দে যতীন; মনিকাই মোক কমখন কৰিলেনে? সেইবোৰলৈ চালে মনিকাৰ দৰে ছোৱালীক বিশ্বাস কৰিবৰই নোৱাৰি। এৰা, তাইৰ নামে 'পষ্টাৰ' পৰ্য্যন্ত ওলাৰ বুলি ভবা নাছিলো।

: ছোৱালীৰ নামে 'পষ্টাৰ' ওলোৱাটো আজিৰ যুগৰ নতুন কথা নহয়; বৰং সিও এটা 'কুৱালিফিকেচন'হে। মনিকাকে চাছোন! তাইৰ নামে 'পষ্টাৰ' ওলাল, নগৰখনেই

তাইৰ নামত বু-বু-বা-ৰা উলিয়ালে। কিন্তু, সেই মনিকাই এতিয়া ৰবকেৰাণীৰ ষৈণী হৈও স্কুলত কাম কৰি আছে। সুখেৰে খাইছে। ইফালে জীৱন আৰু অকুণৰ হিয়াত চিমুম্ বলিল।

: জীৱনৰ হিয়াত চিমুম্ বলা নাই যতীন ! অৱশ্যে কেতিয়াবা ভাবিব লগা হয়, তাইৰ কথা মনত পৰিলে।

: তাকেইতো কৈছো। বাৰু কছোন, আজি দহবছৰৰ নতুন এড্ভেঞ্চাৰ কি ?

: আকৌ কি এড্ভেঞ্চাৰ ?

: মানে……ধৰ, আৰু কি ? কছোন আন কোনোবা …. ?

: এড্ভেঞ্চাৰ আৰু কি হব যতীন। হাতৰ চুৰট-টোলে চাই পুনৰ কওঁ—এড্ভেঞ্চাৰ এই চুৰটটো আৰু মনৰ মাজত কোনোবা এজনী আধুনিকা ষোড়শীৰ তীব্ৰ কল্পনা।

: মানে……?

: মানে……ধৰ, নিজ অস্তিকচিৰে তিলোত্তমাৰ সৌন্দৰ্য্য, অদিতিৰ ক্ষমা, সাৱিত্ৰীৰ দৰে উপস্থিত বুদ্ধি আৰু সীতাৰ পতিব্ৰতা নিহিত কোনোবা ষোড়শীক মনৰ ফলিত চিন্তাৰ তুলিকাৰে আঁকি জীৱনৰ প্ৰাচুৰ্য্য ৰিচৰাটোৰেই মোৰ কল্পনা।

: বচ্, তই কি কলি মই এক্কোকেই বুজিব নোৱাৰিলো



জীৱন ! বুজাই ক। জানইতো। আমি সদায় লোহাৰ লগত যুঁজ কৰো, মটৰৰ চকা ঘুৰাৰ লগত আমাৰ জীৱনৰ কিমান ওচৰ সম্বন্ধ তাকতো তই নজনা নহয় ? সাহিত্য খুব কমেইহে বুজো। আমাৰ লাইনত সাহিত্য হ'ল "জাবে" "চুৰবকা বাচ্ছা"। এয়ে নহলে আমাৰ ব্যৱসায় অচল। গতিকেই … ।

: ঠাট্টা নকৰিবি যতীন !

: ঠাট্টা নহয়, কছোন, কোন সেই গৰাকী ……।

: মানে, তেনে কোনো গাভৰু নাই যতীন ! মোৰ কল্পনাহে ঠিক তেনে এজনী গাভৰুৰ সান্নিধ্যটো।

: বোধকৰো তই এৰি থৈ আহিছ তোৰ কোনোবা…। তাক কৰলৈ নিদি মই কলো—

: নাই যতীন। তেনেকুৱা নাছিল, মোৰ প্ৰতি সহৃদয়-তাৰে এগৰাকী যুগৰ সুন্দৰী গাভৰু। আৰু এৰি-থৈও অহা নাই। এৰি আহিছো কেৱল কিছুদিন থকা ঠাইখন আৰু অফিচৰ লগৰীয়া কেইজনহে।

যতীনে একো নামাতিলে। ময়ো তাৰ ফালে চাই থাকিলো হাতত শেষ হৈ যাব ধৰা চুৰটৰ টুকুৰাটো লৈ। তেতিয়া আকাশৰ হেম্লুল-বোলীয়া আভাবোৰ নিষ্প্ৰভ হৈ গৈছে। পুব প্ৰান্তৰত থকা ডাৱৰ কেইচপৰাত সূৰ্য্যৰ পোহৰ পৰি প্ৰতিফলিত হৈ আমি থকা নগৰখনত কিছু ৰঙীন পোহৰ

চতিয়াই দিছিল । ক্ষন্তেক পিচত পুবকোণৰ আন্ধাৰ নামি আহিব নগৰখনলৈ । লগে লগেই এজন মানুহ আহি আমি বহি থকা বেঞ্চখনৰ সন্মুখত থকা 'লেম্পপষ্ট'টোত লেমটোৰ তেল ভৰাই জ্বলাই দিলেহি । তাৰ কান্ধত এডাল জখলা, হাতত এটা টিন, আৰু এটা পিপা । লেম জ্বলাই সি যাবলৈ ধৰোতেই মই মাত দিলো — ককাই ! তুমি দেখোন পোহৰ হৈ থাকোতেই লেম জ্বলালা ।

: এ নকব দিয়ক ! গধূলিৰ আগেআগে আৰু বহুত লেম জ্বলাব লাগিব নহয় । সেই বাবেহে এতিয়াৰ পৰাই আৰম্ভ কৰি দিছো ।

এৰা, সি বহুতো লেম জ্বলাব লাগিব ৰাতি হোৱাৰ আগে আগে । লেমবোৰ জ্বলাই সি নগৰখনৰ এটা অঞ্চল পোহৰাই তুলিব লাগিব । ……সি নগৰৰ 'মিউনিচিপেলিটি'ৰ কাম কৰে । তাৰে তাৰ এখন সংসাৰ চলাৰ লাগে, আৰু বহুতো ….. । কথা কৈ কৈ সি গুচি যায় । এনেতে যতীনে কয়—

: আজিহে তাৰ সোনকাল হ'ল । আনদিনা আন্ধাৰ হোৱাৰ পিচতহে জ্বলায়হি ।

যতীনৰ কথা মই নশলাগিলো । কাৰণ, মানুহটো যোৱাৰ ফালে চাই কিবা কিবি কথাবোৰ ভাবিছিলো । এনেতে যতীনে পুনৰ কয়—

: ব'ল যাওঁগে জীৱন ! চিনেমাকে চাওঁগে ।



মই কলো, — চিনেমা নাচাওঁ দে ! ইমান দিনৰ মূৰত লগ পাইছো, আজিৰ সন্ধিয়াটো কথা পাতিয়েই কটাই দিওঁ ! "কোনো কথা নাই" বুলি যতীনে চুৰটৰ পেকেটটো মোৰ ফালে আগবঢ়াই দিয়ে । তাৰে এটা জ্বলাই লৈ পুনৰ কথাৰ মহলা মাৰো ।

তেতিয়া সন্ধ্যাৰ পোহৰবোৰ ক্ৰমে কমি আহিছে । পুব প্ৰান্তৰৰ বহুতো দূৰৈত হয়তো তেতিয়া আন্ধাৰ নামিছে । এনেতে এজনী গাভৰু ছোৱালীয়ে সৰু লৰা এটাৰ হাতত ধৰি আমাৰ আগেদি পাৰহৈ যায় । যতীনে কেৰাহিকৈ চায় । ময়ো । এজনী গাভৰু ছোৱালী দেখিলে এজন ডেকাই চাবই । মোৰ দৃষ্টিত ধৰা পৰিল তাই যতীনৰ ফালে চোৱা, মই একো নকলো । ভাবিলো — চিনাকি ছোৱালী হব পায় ! সি যি কি নহওক, এই ছোৱালীজনীক দেখি মোৰ কিয় ইমান ভাল লাগিল কব নোৱাৰো । ক'লা চেলাউৰী যোৰেৰে সৰু কৈ হাঁহি থকা চকুযোৰ, মই কল্পনা কৰা ছোৱালী জনীৰ দৰে ধুনীয়া মুখখন ! ঠিক ….. ঠিক যেন একেই ! আমাৰ তুটাৰ সীমা পাৰহৈ যোৱাত তাইৰ পাচফালটো কোনো দ্বিধাবোধ নকৰাকৈ চাওঁ । কাৰণ এজনী চাব পৰা ছোৱালীক আনফালৰ পৰা চাই ষিখিনি সৌন্দৰ্য্য উপভোগ কৰিব পাৰি ( অৰ্থাত পোনে পোনে চাবলৈ যদিওবা বেয়া লাগে ) পাচ ফালৰ পৰা চাই আৰু বেছি কিবা এটা উপভোগ কৰিব পাৰি । ( অৱশ্যে তাইৰ অজানিতে আমি চাওঁ ) । তাইৰ

সন্ধ্যা-ভ্ৰমণৰ ৰূপটো মই হয়তো বৰ্ণনা কৰিব নোৱাৰিম। মুজতাবা আলিৰ ভাষাত কবলৈ গলে কব লাগিব— "নৰ্থচী দেখিছা ? তেতিয়া বুজিলাহেঁতেন হওঁ-হওঁ সন্ধিয়াত তাৰ পানীৰ কেনে নীলা ৰং হয় । ঠিক তাৰ দৰেই তাইৰ সুন্দৰ চকুযুৰি। দক্ষিণ ইটালীলৈ কেতিয়াবা গৈছা ? নাই ; তেতিয়া বুজিলা-হেঁতেন তাত সোণালী সূৰ্য্যৰ পোহৰত ৰূপালী পখিলাৰ কি নাচোন ·····! ঠিক তাৰ দৰেই তাইৰ ধুনীয়া অলক-ৰাশি আৰু বহুত আছিল তাইৰ ৰূপ। গুণত কি কোনে জানে···। তাইৰ খোজ কাঢ়ি যোৱা চাই মোৰ কিমান ভাল লাগিছিল, যতানে বুজা নাছিল। থ্ৰিকোৱাৰ্টাৰ ব্লাউজটোৰে কেঁচা বাদামী ৰঙৰ পিঠিখন ...... থাওক। আৰু নোৱাৰি। আকৌ হয়তো কেতিয়াবা এই ছোৱালীজনীক দেখিম। তথাপিও তাইৰ বিষয়ে কিছু জানিবৰ অভিপ্ৰায়ে যতীনক সুধিলো— কোন অ' যতীন ; মই ছোন চিনিবই নোৱাৰিলো ।

: তই চিনি নাপাবি। আজি ছুবছৰ হৈছে সিহঁত ইয়ালৈ অহা ।

মই একো নামাতিলো। ক্ৰমে তাইও আমাৰ পৰা আঁতৰি গ'ল। তাইৰ কথাও সিমানতে সামৰি পুনৰ আমাৰ কথা উলিয়াওঁ। এৰা আমি নগৰীয়া নৈখনৰ দাতি-অলীয়া আলিৰ কাষৰ বেঞ্চখনতে বহি সন্ধিয়া মন খুলি কথা পাতিছো। সময়বোৰ পাৰহৈ গৈছে। আমনি লগা নাছিল মোৰ। শেষত যতীনৰ কথামতেই যাবলৈ বাধ্য হওঁ।



বহাৰ পৰা উঠি সেই আলিয়েদিয়েই আগবাঢ়ো। তেতিয়া আন্ধাৰ ভালকৈয়ে নামিছে। এনেতে যতীনে কলে—

: আজি তোৰ বিশেষ কাম আছিল নেকি ?

: বিশেষ মানে ?

: অন্য ক'ৰবালৈ যাব লগা ?

: চিনেমা চোৱাৰ বাদে মোৰ কোনো কাম নাছিল

: তেনেহলে মানুহ এঘৰত সোমাই যাওঁ ব'ল ।

: যাব পাৰো ।

নভবাকৈয়ে কৈছিলো যাব পাৰো বুলি। কলৈবা নিয়ে যতীনে ? বেয়া ঠাইলৈ যোৱা মানুহ যতীন। মই ভালকৈয়ে জানো। কিন্তু ময়োতো ভাল ঠাইত থকা মানুহ নহওঁ। ভাল সং জীৱনত এতিয়ালৈকে পোৱা নাই। অৰ্থাৎ যিবোৰক সমাজে ভাল বুলি ভাবে আৰু মই নেভাবো। জুৱাৰী, মদপী, বেশ্যা আদিয়েই আছিল মোৰ লগ। ময়ো ভাল নহওঁ।

মই মত দিয়াত দুয়ো কেইখোজমান আগবাঢ়ি গৈ পাৰে চৌহদে বেৰৰ ভিতৰৰ সৰু তিনি কোঠলীয়া ঘৰ এটাত সোমালোগৈ। মোক বহিবলৈ দি যতীন ভিতৰলৈ গ'ল। মই প্ৰথম কোঠাতে অকলে অকলে বহি থাকিলো। কোঠাটোৰ পৰিবেশটো লক্ষ্য কৰিবলৈ বাধ্য হওঁ। কাৰণ এইটো মোৰ স্বভাৱেই। বেৰ তিনিখনত বাঁহৰ শলি দিয়া খিৰিকি তিনিখন, প্ৰত্যেকতে নীলা পৰ্দ্দা দিয়া। বেৰত চুণ লগোৱা আৰু তাত ডাঙৰকৈ তোলা জৱাহৰলালৰ ফটো এখন, আনকাষে মহ।

যীশুৰ ক্রুচবিদ্ধ ফটো এখন আৰু কথাছবিৰ নায়িকাৰ বিভিন্ন ভঙ্গিৰ বিভিন্ন ফটো। প্ৰত্যেকখনকে আয়না লগাই বন্ধাই থৈছে। তাৰ ভিতৰতে এখন কেলেণ্ডাৰ। ধুনীয়া চৰাই ছুটিবে "মাতৃ মটৰ ওৰ্বকচ"ৰ নামটো ডাঙৰ আখৰেৰে লিখা। ভাবিলো, এইখিনি যতীনৰ সৌহাৰ্দ্য। কোঠাটোৰ তিনিকোণে তিনিখন সৰু টেবুল ধুনীয়া ফুলদানীৰে সজোৱা আছে। মোৰ সন্মুখত থকা সৰু টেবুলখনত জলি থকা লেমটোৰ পোহৰত এম্‌ব্ৰইডাৰী কৰা টেবুল-ক্লথখনত দেখিলো এশাৰী বাক্য লিখা। লিখা আছে যতীন ডুৱৰাৰ ওমৰতীৰ্থৰ "আজিয়েই দিয়া কালিলৈ কিয়" বাক্যশাৰী। বাক্যশাৰী পঢ়ি ওমৰখৈয়ামলৈ মনত পৰিল। কিন্তু, কোঠাটোৰ পৰিবেশটোৰ যে বাক্যশাৰীৰ লগত মিল নাছিল, এনে নহয়। মিলে। বাক্যশাৰীৰ ভক্তজনৰ কথা ভাবো— কোন সেইজন! তেৰোঁ চাগৈ ওমৰৰ দৰে খোৱা, পিয়া আৰু ফুৰ্ত্তিকৰা ধৰ্ম্মতে দীক্ষিত হৈছে। যদি সেই কোঠাটোৰ গৰাকী কোনোবা মোৰ দৰেই এজন নহয় তেন্তে এজন প্ৰেমিক কিম্বা মদপী হব; নাইবা যদি তিৰোতা হয়, গণিকা হব লাগিব। কাৰণ গণিকাই নিজ দেহেৰে বেপাৰ কৰে। দেহৰ বেপাৰত বাকী নচলে। কিন্তু, মই এঠাইত পাইছিলো এনে এশাৰী বাক্য ঠিক এনে এটা সুসজ্জিত কোঠাত। তাত লিখা আছিল "ড্ৰিঙ্ক এণ্ড বি মেৰী" । এখন চহৰৰ এটা নিভৃত গলিৰ আটোম-টোকাৰি সৰু কোঠা এটাৰ বেৰত



আয়না লগাই বন্ধাই থোৱা আছিল "ড্ৰিঙ্ক এণ্ড বি মেৰী" বাক্য শাৰী। সেয়ে মোৰ প্ৰথম দেখা আৰু জীৱনৰ প্ৰথম অভিজ্ঞতাৰ সৰু কোঠাটো। তাত আছিল আশালতা আৰু সমন্ধত পেহী বুলি মতা আদহীয়া বুঢ়ী এজনী। সৰু কোঠাটোত সিহঁত দুজনী থাকে। এৰা, আশালতাক লৈয়ে সৰু কোঠাটোত পেহীয়েকে চলাৰ পথ সুচল কৰি লৈছিল "ড্ৰিঙ্ক এণ্ড বি মেৰী" বাক্য শাৰীৰে।

কোঠাটোত বহাৰ লগে লগেই বহুতো কথাকেই ভাবিলো। এৰি অহা চহৰখনৰ আশাজনীৰ কথা আকৌ মনত পৰিল। জেপৰ পৰা চুৰটৰ পেকেটটো উলিয়াই এটা জলালো। জলোৱা কাঠিটো টেবুলৰ 'এষ্ট্ৰে'টোত পেলাই দিওঁ, পেলাই দিয়া কাঠিটোৰ জ্বলি থকা অঙঠাটো ভাঙি যোৱাত দুইকণ কাঠিটোত লাগি ধোঁৱাবলৈ ধৰে ধূপ-কাঠিৰ দৰে। ধোঁৱাবোৰলৈ লক্ষ্য কৰোতে এষ্ট্ৰেটোত চকু পৰিল। তাত তিনি টুকুৰা আধাপুৰা চুৰটৰ টুকুৰা। ভালকৈ লক্ষ্য কৰি চাই দেখো যে প্ৰত্যেক টুকুৰা চুৰটেই যেন মোক বুজাই দিছে যে ইয়ালৈ বেলেগ বেলেগ ধৰণৰ মানুহও অহা যোৱা কৰে। এনেতে যতীন ভিতৰৰ পৰা ওলাই আহি কয়—

: তোক অকলেই বহুৱাই মই ভিতৰত আড্ডা মাৰিছোগৈ। বেয়া পাইছ নেকি ?

মই উত্তৰ নিদি চুৰটৰ পেকেটটো আগবঢ়াই দিলো। সিও এটা লৈ জ্বলায়, লগে লগেই এজনী গাভৰু ছোৱালীয়ে

পৰ্দ্দাখন দাঙি আমি থকা কোঠালৈ আহি কয়—

: কিনো আড্ডা মাৰিলে! কথা পাতিলে জানো আড্ডা মৰা হয়? এৰা কথাহে পাতিছিল। কথা পাতিলে আড্ডা মৰা বুলি কব পাৰি জানো? গাভৰুজনীয়ে ক্ষন্তেক পিচতে মোক লক্ষ্য কৰি যতীনক সোধে— এখেত ··! তাইৰ কথা শেষ হৈ ওলাবলৈ নৌ পাওঁতেই যতীনে কয়—

: মোৰ বন্ধু। আজি আহি পাইছেহি। চৰকাৰী কামত ইয়ালৈ বদলি হৈ আহিছে।

যতীনৰ কথাৰ শেষত গাভৰুজনীয়ে শলাগিলে আৰু লগে লগেই এটা নমস্কাৰ দিলে। ময়ো প্ৰতিনমস্কাৰ দিবলৈ পাহৰা নাছিলো তাইৰ ফালে চাই থাকিও।

গাভৰুজনী আন কোনো নাছিল। সন্ধিয়া পৰত নৈপৰীয়া আলিত লগ পোৱা জনীয়েই। প্ৰথম চিনাকিৰ পিচত; এৰা প্ৰথম চিনাকিৰ পিচত তাই মোৰ লগত বহুতো কথা পাতিলে; আমাৰ কথাৰ মাজতেই যতীন ভিতৰলৈ গৈছিল গাভৰুজনীৰ মাকৰ কথা সুধি। মাকে হেনো পাকঘৰত ভাত ৰান্ধি আছিল। তাইও ঘৰুৱা কথাকে আৰম্ভ কৰি, এদিনীয়া চিনাকি আছিল যদিও বহুতো কথাকে পতাৰ সুবিধা আদায় কৰিছিল মোৰ পৰা। খোৱা-বোৱা, প্ৰেম, ভাল-পোৱাকে আদিকৰি ঘৰুৱা জা-জঞ্জালৰ কথাৰ মাজেদিয়েই তাই মোৰ প্ৰতি জাগি উঠা কামনা-বোৰক ধৰা দি গৈছিল নানান ভঙ্গি আৰু প্ৰগলভতাৰে। ময়ো; ময়ো কোনো ক্ষেত্ৰতেই মোৰ দুৰ্ব্বলতা দেখুৱা নাছিলো।



কথাৰ সুবিধা আৰু চিনাকিটো স্থায়ী হোৱাত ময়ো কোনো সংকোচ নকৰাকৈয়ে তাইৰ নামটো সুধিবলৈ কুণ্ঠিত হোৱা নাছিলো। কিন্তু, উত্তৰত কলে—

: আপুনি মানুহৰ লগত কথা পাতিব নেজানে। কাৰণ মই আপোনাতকৈ সাত তলতীয়া সৰু। তেনেস্থলত আপোনাৰ মুখত মোৰ প্ৰতি "আপুনি" সম্বোধনটো নুশুৱায়! মোৰ নাম বিনীতা, মোক নামকাঢ়ি মাতিলেই ভাল পাম।

এৰা মই ভুল কৰিলো তাইক আপুনি বুলি কৈ। কাৰণ যি কোনো গাভৰুৱে বিচাৰে সকলো ডেকাকে "দাদা" বুলি সম্বোধন কৰিবলৈ। ইফালে লাগিলে মোৰ আইতাৰ বয়সৰেই হওক। মাথোন স্বামীৰ ঘৰ দেখিব নালাগিব কিম্বা শিৰত সেন্দুৰ থাকিব নালাগিব। অৱশ্যে বিনীতাক তুমি বুলিয়েই মাতিব পাৰিলোহেঁতেন। নামাতিলো। এতিয়া মাতিম। বিনীতা ৰূপহী. বিনীতা, সুন্দৰী। উৰ্ব্বশী বা মেনকাৰ দৰে নহলেও ধুনীয়া বিনীতাজনীয়ে আজি মোক অবাক কৰি ৰাখিছিল কিছুপৰ। ভাবিলো– তাই বুদ্ধিমতী, চতুৰা। সি যি কি নহওক, তাইৰ ৰূপ-সৌন্দৰ্য্যৰ লগত বুদ্ধি আৰু আন্তৰিকতাৰ তুলনা কৰিব পাৰি।

তাইৰ কথা শুনি মই অবাক হৈ আছিলো কিছুপৰ। শেষত কলো— মানে ধৰা নতুন চিনাকি নহয়, সেই কাৰণেই অলপ কিবা কিবা লাগে; আৰু··· ·········

মোৰ মুখৰ কথা কাঢ়ি নি তাই কলে— মানে ভদ্ৰতাৰ খাতিৰত

নহয় ? কথাৰ লগে লগেই তাইৰ চকুত প্ৰাঞ্জল কামনা দৃষ্টি ফুটি উঠিছিল ওঁঠত এটা মাৰাত্মক হাঁহিৰে সৈতে কিন্তু, ক্লিউপেট্ৰাৰ হাঁহি-তৰোৱালৰ খোচত চিজাৰ আৰু এণ্টনিও পৰাস্ত হৈছিল যদিও বিনীতাৰ হাঁহিত মই পৰাস্ত হোৱা নাছিলো। সহায় কৰিছিল মাত্ৰ তাইক অতি সহজে বুজি পোৱাত। মোৰ চকুৰ ক্ষীণ দৃষ্টিত বিনীতাৰ "সাগৰৰ এচামুচ নীলা" চকুযুৰিৰ এটা চকু অস্বাভাৱিক ৰূপে সৰু হৈ যোৱা দেখিছিলো ... ...। বুজিছিলো বিনীতাৰ দৃষ্টি অন্তৰৰ আহ্বান। হাতত জ্বলি থকা চুৰটটোত হোঁপা মাৰি ধোঁৱাবোৰ এৰি দিওঁ মুখৰ পৰা। ধোৱাঁবোৰে মোৰ আৰু বিনীতাৰ মাজত পাতল ডাৱৰৰ সৃষ্টি কৰিছিল।

ক্ষন্তেক পাচৰ কোনোবা এটা দুৰ্ব্বল মুহূৰ্ত্তত বিনীতাৰ নামটো মোৰ মুখৰ পৰা উচ্চাৰিত হ'ল কব নোৱাৰাকৈ। লগে লগেই বিনীতাই উত্তৰ দিলে 'কি' বুলি ‖ বিনীতাৰ প্ৰশ্নৰ উত্তৰ দি কওঁ— তেনেহলে আজিৰ পৰা তোমাক বিনী বুলিয়েই মাতিম।

: নহলে জানো 'বাইদেউ' বুলি মাতিব ? বিনীতাই কৈছিল। মই কলো—

: তুমি হবলা বিনী ?

: বাৰু আপুনি বৰ্ত্তমান ক'ত আছেহি ?

: হোটেলত।

: অ' ... ...।



: কিয় ? বেয়া নেকি হোটেলত থকা ?

: বেয়া কিয় হব ! হোটেল যেতিয়া তাত মানুহ থাকিবই।

: অৱশ্যে মোৰ ক্ষেত্ৰত হোটেল বুলি নকলেও হয়। কাৰণ সেই হোটেলখন আমিয়েই পাতিছিলো। এতিয়া তাতেই নিজৰ ঘৰৰ দৰে আছোহি।

: বাৰু সেইবোৰ কথা পাচত পাতিম। আপুনি বহক। মই মাক চাহ কৰিবলৈ কৈছিলো. আনোগৈ। কথা কৈ কৈ বিনীতা ভিতৰলৈ গ'ল। ময়ো একাপ চাহৰ প্ৰয়োজনটো অনুভৱ কৰিছিলো তেতিয়া।

: ক্ষন্তেকৰ পাচতেই দুকাপ চাহ আৰু খোৱা বস্তু লৈ সোমাই আহিল বিনীতা। টেবুলত চাহ দি মোক খাবলৈ কলে। মই যতীনৰ কথা কলো। উত্তৰত বিনীতাই কলে—

: তেখেতে মাৰ ওচৰত বহি মেল মাৰিছে। ইয়াত আপুনি অকলে খাব লগা হোৱাত মোৰ কাৰণেও আনিছো। কিয় আপুনি বেয়া পাবনেকি মোৰ লগত খাবলৈ ?

: নাই নেপাওঁ ; তুমি যদি... .. ...

: লাজ নকৰো নহয় ? মুখৰ কথা কাঢ়ি বিনীতাই কলে। মই থৰ লাগি চাই ৰলো বিনীতাৰ ফালে। তাই মোলৈ চাহকাপ আগুৱাই দি কলে— "খাওক দাদা ! ঠাণ্ডা হৈ যাব।

ঠাণ্ডা ! এৰা চাহকাপ নাখাম যদি ৰিনীতাৰ ধুনীয়া

মুখ আৰু নীলা চকু যোৰলৈ চাই থাকো। চাহকাপ ঠাণ্ডা হবই।

চাহকাপ হাতত লৈ কেক্‌টো এহাতে লওঁ। বিনীতাই কোনো সংকোচ নকৰাকৈ শুদা চাহকাপ খাবলৈ আৰম্ভ কৰে। আমাৰ চাহৰ আড্ডা আৰু কথাৰ মাজতেই যতীনে আহি কয়—

: বাঃ বেচ মিলি গলি দেখোন জীৱন!

তাৰ কথাত ময়ো সগর্ব্বে মাত দি কওঁ— "অৱস্থাই মানুহক ৰুচিভেদে বাধ্য কৰোৱা কথাটো তোক আকৌ নতুনকৈ কব লাগিবনেকি? ধৰি ল এইয়া এখন নগৰৰ সৰু পঁজাঘৰ এটাৰ সন্ধ্যাৰ অভিনয়। ৰিহাৰ্চেল নহয় কিন্তু যতীন ...

: বাচ্, বাচ্ হৈ গৈছে। সাহিত্য মই ভাল নাপাওঁ। চাওঁ ছিগাৰেট এটা দিব পাৰ।

যতীনক চিগাৰেট এটা দিলো। কিন্তু, বিনীতাই মই কি কলো বুজি নেপালে বুলি মই বুজিলো। আৰু যতীনলৈ চাই সহজ ভাবে হাঁহি এটা মাৰিলো। বিনীতাই শুদা কাপ-প্লেটজোৰ টেবুলত থৈ কয়—

: কি যে যতীনদা তুমি; দাদাক কিয় তেনেকৈ কৈছা? তুমিয়েই মানুহৰ লগত চিনাকি কৰি দিয়া আকৌ তুমিয়েই.........।

: কি কলো মই; তুমি বেয়া নাপালেই হ'ল। মোক জীৱনে বেয়া নাপায়, আৰু মোক সি জানে।

: মোতকৈও নে?



: খুব বেছি জানে। তুমি এই নগৰলৈ অহা দুবছৰহে হৈছে, কিন্তু, সি আজি দহবছৰৰ আগতে ইয়াতে বাৰ বছৰ থাকি যোৱা মানুহ।

: বাঃ আমি তেন্তে কোনোৱে নহওঁ!

: বেছি চুপতি নেমাৰো যাওঁ, ব'ল জীৱন এতিয়া ন টা বাজিলহি। যতীনে মোক কয়— বিনীতাই তাৰ ওপৰত কৃত্রিম খং দেখুৱাই কয়—

: বহাচোন, কলেনো যোৱা?

: পিচত, এতিয়া নহয়। তোমাৰ নতুন দাদাৰ থাকিব পাৰে।

: একো নহয় অলপ বহিলে, বহক দুয়ো।

বিনীতাৰ কথালৈ লক্ষ্য কৰি ময়ো উঠো বহাৰ পৰা। ইতিমধ্যেই যতীনে দুৱাৰ মেলি বাহিৰ ওলাই যায়। এনেতে বিনীতাই চকুত অৰ্থপুৰ্ণ চাৱনিৰে মোলৈ চায়। ময়ো বুজা নুবুজাৰ দুমোজাত পৰি তাইলৈকে চাই থাকো। শেষত তাই কয়—

: আহিবনে......?

বিনীতাৰ কথা শুনি মই কম বুলি ভাবিছিলো—আজিয়েই নেকি বুলি। কিন্তু কোৱা নহ'ল। তথাপিও কলো—আজি আৰু অহা অসম্ভৱ বিনী। ইয়াতে আছো যেতিয়া আহি থাকিম পাচত! হুঁ?

: কালিলৈ আহিব?

কিহবাৰ দৰদ-সনা কণ্ঠৰে বিনীতাই কয় । কথাৰ পাচত বিনীতাজনী যেন অস্বাভাৱিক হৈ পৰিছিল ...... ।

তাইক বুজিবলৈ মোৰ বাকী নাছিল । শেহত যাওঁ বুলি কৈ ওলাই গ'লো খোলা . তুৱাৰেদি । পদুলিত বৈ থকা যতীনে কলে বেগাই যাবলৈ । ময়ো গৈ তাক লগ ধৰিলোগৈ । সি কলে বিনীতাৰ কথা, তাই হেনো বৰ সাংঘাতিক ছোৱালী, আৰু কিবা কিবি কলে যতীনে ।

* * * * *

নৈৰ পাৰত লগ পোৱা ছোৱালীজনীয়েই আছিল বিনীতা । প্ৰথম লগ পাওঁতেই তাইৰ চৰিত্ৰ আংশিক ভাবে বুজিছিলো যেনে হব পাৰে ঠিক তেনেই বুলি । তথাপিও আৰু কিবা বেচিকৈ জানিবলৈ পাওঁ বুলি যতীনক অনুৰোধ কৰিলো বিনীতাৰ কথা কবলৈ । বিনীতা ! এৰা, সচাঁকৈয়ে বিনীতাজনীক অতি কম সময়ৰ ভিতৰতে ভাল লাগি গ'ল কিয় ? মই কল্পনা কৰা গাভৰুজনীকেই আজি জীৱন্ত অৱস্থাত পালো ; লগ পায়ো যদি তাইৰ বিষয়ে মই কিছু বুজিব বা জানিব নোৱাৰো, এটা ডেকা লৰা হিচাবে মোৰ আৰু কি পৰিতাপৰ কথা হব পাৰে ? বহু কষ্ট কৰি সেই গাভৰুজনীৰ ৰূপটো মই কল্পনা কৰিছিলো । মোৰ কল্পনাৰ আটাইবোৰ ৰূপ-গুণেই যেন তাইৰ গাত নিহিত আছে । অৱশেষে আৰু কিবা এটা যে তাইৰ গাত আছে, সেইটো মই বুজিছিলো অতি সহজেই । সেইটোৰেই হৈছে তাইৰ চাহকাপ দি বিদায়



দিয়াৰ সময়ত জন্মা আগ্ৰহটো...... । * * * তাইক, মানে বিনীতাক মই বৰ ভাল পালো । ইমান ভাল পালো যে মোলৈ বিয়া দিওঁ বুলি কলে সহজেই বিয়া কৰাব পাৰিম । যদি বিনীতাক মই বিয়া কৰাওঁ বুলি কওঁ হয়তো তাইৰ বাপেক ৰমেশ ড্ৰাইভাৰে (যতীনে কৈছিল তাইৰ বাপেক ৰমেশ মটৰবাচৰ ড্ৰাইভাৰ বুলি) মোক গৰ্জ্জি উঠিব । হয়তো তাইক বাপেকৰ ইচ্ছামতে ভাল ইন্‌কম কৰিব পৰা ড্ৰাইভাৰ বা মটৰ-মেকানিক এটালৈহে বিয়া দিব । কাৰণ বাপেক তাইৰ ড্ৰাইভাৰ । মই এটা কেৰাণীয়ে সুন্দৰী তাইক বিয়া কৰাওঁ বুলি কলেও বাপেক মান্তি নহব মোৰ লগত কথা পাতা বা দেখা দেখি হবলৈ দিবলৈ । তেতিয়া হয়তো মই বিনীতাৰ প্ৰেমত কাতৰ হৈ বাপেকক কাকুতি কৰিব লাগিব প্ৰেম-পগলা বিখ্যাত শিল্পী ভানগগৰ দৰে— এবাৰ, মাথো এবাৰ দেখা কৰিবলৈ । যদি তেতিয়াও মান্তি নহয়, ভৱিত ধৰি হলেও কব লাগিব প্ৰেমিক ভানগগে প্ৰেমিকা 'কে'ৰ সাক্ষাতৰ কাৰণে কৰা প্ৰতিজ্ঞামতে মমৰ জ্বলি থকা শিখাৰ ওপৰত যিমানখিনি সময় হাতখন ধৰি থাকিব পাৰিব, সিমান সময়ৰ বাবে বিনীতাৰ লগত দেখা কৰা কথা । ওহো, বাপেক যদি মোৰ ওপৰত নিষ্ঠুৰ হয় তেন্তে আৰু কোনো আশা নাই ! মোৰ হাত জ্বলি শেষ হৈ গলেও বাপেক ৰমেশে প্ৰতিজ্ঞা লৰচৰ নকৰিব । এৰা, মই বিনীতাক বিয়া কৰাব নোৱাৰো ।

*　　*　　*　　*

নৈ পাৰৰ আলিটোৰেদি ছুয়ো গৈ আছিলো বিনীতাহঁতৰ ঘৰৰ পৰা ওলাই। লগত যতীন আছিল যদিও মই অকলে বিনীতাৰ কথাকে ভাবি গৈছিলো, আৰু কেইখোজমান গৈ মই চক্‌খাই উঠো যতীনৰ মাতত। সি কৈছিল 'ব'ল ফিৰি যাওঁ' বুলি। তাৰ কথাৰ উত্তৰত মই মাত্ৰ কলো বিনীতাৰ বিষয়ে কবলৈ।

মোৰ কথাৰ উত্তৰত যতীনে কৈ গ'ল বিনীতাৰ কথা। লগে লগেই ছুয়ো গৈ এখন ৰেষ্টুৰাঁত বহিলোগৈ। বহুতপৰ বহিলো ৰেষ্টুৰাঁতে। এৰা, ৰেষ্টুৰাঁত চাহ খাই বিনীতাৰ কথা পাতিলো। ৰেষ্টুৰাঁত সোমালে তাৰ সময়খিনি চাহ উপলক্ষ্য কৰি কোনোবা গাভৰুৰ কথাৰ মহলা মৰাতো আমাৰ স্বভাবেই আছিল। সিও বিনীতাৰ বিষয়ে যি জানে কৈ গ'ল। মই আচৰিত হলো বিনীতাৰ বিষয়ে জানিব পাৰি। ভাবিছিলো ইমান ধুনীয়া ছোৱালী এজনীৰ চৰিত্ৰ এনে বেয়া নহব বুলি। এৰা, ধুনীয়া বিনীতাৰ দৰে ধুনীয়া ছোৱালীৰ জীৱন-বুৰঞ্জী আছে। প্ৰথম লগ পাওঁতে ভবা নাছিলো বিনীতাৰ জীৱনত কিবা বুৰঞ্জী জড়িত আছে বুলি। এতিয়া বুজিলো। তাইৰ চাৱনিত হাঁহি, আৰু খোজত হেজাৰ বুৰঞ্জী জড়িত আছে।

*　　*　　*　　*

বিনীতাৰ জীৱন-চৰিত যতীনে মোক কৈ শেষ কৰিলে,



শেষ মানে সি যিখিনি জানে সেই খিনিহে। যথা সময়ত ৰেষ্টুৰাঁৰ পৰা আমি ওলাই আহো। তেতিয়া অশান্ত নগৰখন প্ৰায় শান্ত হৈ পৰিছে। যতীনৰ পৰা বিদায় লৈ মই থকা ঠাইলৈ যাওঁ। ভাত-পানী খাই 'নতুন পৃথিবী' হোটেলৰ সৰু কোঠাৰ বিছনাখনতে শুই পৰো চুৰট এটা জলাই। হোটেলৰ ভিতৰখন তেতিয়াও অশান্ত হৈয়ে আছে। কাষৰ কোঠাটোত কেইজন মানে 'ফ্লাচ' খেলিছে। ঘুতুলাই মহাজনে 'বয়' এটাক ধমক্ দিছে, সি হেনো থাল এখন ভাঙিলে আৰু কেইটামান ৰিক্সাৱালাই দিনটোৰ পৰিশ্ৰমৰ পাচত ৰাতি ভাত সাজ তাতে খাইছেহি মহাতৃপ্তিৰে। নগৰৰ আন আন হোটেলৱালাৰ দৰে ঘুতুলায়েও সিহঁতক ভাত দিবলৈ টান পায়। কাৰণ সিহঁতে অন্য গ্ৰাহকতকৈ বেছি খায়। কিন্তু ঘুতুলায়ে টান পালেও সিহঁতক ভাত দিয়ে। এৰা, তাৰ সিহঁতৰ প্ৰতি অন্তৰ আছে।

ঘুতুলাইৰ দোকানৰ ঘড়িত তেতিয়া এঘাৰটাৰ কোব পৰে দুৰৰ বৰকাঁহখনতো কোনোবা পহৰাদাৰে কোব মাৰে। মেয়ো ইটোৰ পাচত সিটোকৈ চুৰটৰ শ্ৰাদ্ধ কৰো। হোটেলৰ গ্ৰাহক ৰাতি বেছি হৈ অহাৰ লগে লগে কমি আহিল। মোৰ কিন্তু তেতিয়াও টোপনি অহা নাছিল। যতীনে কোৱা বিনীতা জনীৰ কথাবোৰ গল্পৰ দৰেই লাগিছিল। মনত পৰিল সি কোৱা কথাবোৰলৈ — কৈছিল; বিনীতাৰ প্ৰথম অবৈধ সন্তানটো মাকৰ ঘৰতে মৃত অৱস্থাত জন্ম হয়। মাহীমাকেও

তাইৰ এনে গোপন কাৰ্য্যত বিৰক্ত হৈ মদাহী বাপেকৰ আগত ওবুৰিয়াই দি তাইক কিল খোৱালে। কিন্তু, যেতিয়া বিনীতাৰ দেহলৈ পুনৰ কান্তি ফিৰি আহিল, ক্ষীণ, শেঁতা দেহটো তেজগোড়া হৈ আটিল হৈ পৰিল, তেতিয়া মাহীমাকৰ ফালৰ সমন্ধীয় মোমায়েক শুভৰ লগত পুনৰ প্ৰণয়ৰ ইন্দ্ৰজাল গঢ়ি উঠিল ……। শেষত বিনীতাৰ ৰূপত মোহগৈ শুভই কেঁচা-পান কেঁচা-তামোল কাটি দুই চাৰিজনক খোৱাই নিজৰ দ্বিতীয় পত্নীৰূপে বিয়া কৰালে ।…… তাৰ পিচত, তাৰ পিচত স্বামীৰ ঘৰত বিনীতাৰ নিপোটল এহতীয়া সৰু দেহটোৰে এটি কন্যা-সন্তান জন্ম হয়। এইবোৰ বিনীতাই যতীনক কৈছে। কবই। যতীনক নালাগে তাই মোৰ আগতো কব।

এতিয়া বিনীতা স্বামীৰ পৰিত্যক্তা। দুবছৰ হ'ল। আজি কিছুদিনৰ আগতে ছোৱালীজনী বাপেকে লৈ গ'লহি। আগৰজনী হেনো কাঠ-বাঁজী। আজিলৈকে সন্তানৰ মুখ দেখা নাই। বিনীতাই কৈছে হেনো আগৰ জনীয়ে আহুদি কৰি তাইক গিৰিয়েকৰ পৰা আঁতৰালে। তাই এতিয়াও ভুমিয়াই থাকে। কিন্তু, যতীনৰ আগত কৈছে বোলে তাইৰ চৰিত্ৰৰ ওপৰত দোষ আছে বুলি হেনো গিৰিয়েকে খেদি দিছে। ৰুদ্ৰৰ কথাও কয়। ৰুদ্ৰ কলেজত পঢ়া লৰা। সি এতিয়া ইয়াত নাই। ঘৰ এই নগৰতে। চিনি নেপাওঁ। আমি থাকোতে সিহঁত সৰু লৰা আছিল।



সি হেনো বন্ধত আহিলে দিনটোৰ দুভাগখিনি সময় বিনীতা-হঁতৰ ঘৰতে থাকে। কিন্তু যতীন! যতীনো এটা ডাঙৰ সাঁথৰ, বিনীতাৰ কাৰণে নহলেও যতীন মোৰ কাৰণে এটা ডাঙৰ সাঁথৰ হৈয়ে ব'ল। হবই। কাৰণ যতীনৰ মুখেই ৰুদ্ৰৰ কথা শুনো। এবাৰ হেনো ৰুদ্ৰই ৰুদ্ৰমূৰ্ত্তি ধৰি যতীনৰ লগত খণ্ড-যুদ্ধ দিবলৈ আগবাঢ়িছিল বিনীতাৰ কাৰণে। শেহত বন্ধুত্বৰ মোল বুজি ৰুদ্ৰক ক্ষমা বিচাৰিলে। কিন্তু, বিনীতা দুয়োৰে সাঁথৰ হৈয়ে থাকিল। ৰুদ্ৰ গুছি যোৱাৰ পাচত বিনীতাই যতীনক খবৰ দি মতাই আনিছিল। খবৰ দিছিলগৈ বোলে বাপেক ৰমেশেই। বাপেকে হয়তো নেজা-নিছিল বিনীতাৰ লগত যতীনৰ কিবা আছিল বুলি। তাৰ পাচত আকৌ যতীনৰ বিনীতাহঁতৰ তালৈ অহা-যোৱাৰ অবাধ গতি। আৰু সি কৈছিল বিনীতাক ভাল পোৱাৰ মোৰো হেনো অধিকাৰ আছে। মই ভাবো—এজনী বিনীতাই যতীন, ৰুদ্ৰ, শুভ আৰু অবৈধ শিশুৰ জন্ম দাতাক ভাল-পোৱা দিব পাৰে। এৰা, বিনীতা বিশ্বপ্ৰিয়া। আৰু বা কি কোনে জানে! আৰু ময়ো আমন্ত্ৰিত হৈছো বিনীতাৰ কুটীৰলৈ……। এৰা, এজনী বিনীতাই আমাক (ডেকা বোৰক) ভালপোৱা দিব পাৰে। কিন্তু, সেই বিনীতাক মই নালাগে হেজাৰজনে দেখিলেও বৈ বৈ চাই যাব লাগিব। তাইৰ ৰূপ আছে, যৌৱন আছে, কমনীয়তা আছে, আৰু আছে আটিল শুভ্ৰদেহাটোত গাভৰু তিৰোতাৰ দেহাৰ

কেচা গন্ধ আৰু মাদকতা । এইবোৰৰ কাৰণেই বিনীতাই আজিও গৌৰৱ কৰিব পাৰে । তাৰ কাৰণেই বিনীতা ফুল পাহৰ ওপৰত হেজাৰ মৌ-মাখিৰ গুণ-গুণনি, হেজাৰ ডেকাৰ চকুৰ দৃষ্টিৰ বিন্দু হৈ জীয়াই আছে এই সৰু নগৰখনত ··· ।

এৰি অহা চহৰখনৰ নিভৃত গলী-বাসিনী আশালতাজনীৰ দৰেই বিনীতাও এটা বুজি নোপোৱা জটিল সাঁথৰ । তাইৰ কথা প্ৰায়বোৰ মানুহেই জানে । সেয়েহে আশা আৰু বিনীতাৰ মাজত মই কিবা প্ৰভেদ আছে বুলি নাভাবো । কিন্তু, সৰ্ব্বসাধাৰণে জনা জীৱনটোতকৈ অবৈধ ভাবে জীৱন যাপন কৰা বিনীতাজনীক মই বেচি কৌতুহলী বুলি ভাবো । অৱশ্যে আশালতাৰ জীৱনৰ লগত জড়িত থকা কোনো বুৰঞ্জীকে মই জনা নাছিলো । এদিনীয়া অতিথিৰ দৰে অহা আৰু যোৱাৰ বাদে মোৰ একো সমন্ধ নাছিল আশালতাৰ লগত । কিন্তু, আজি বিনীতাই যদিও মোৰ আগত মুখ খুলি কথা কোৱা নাই তথাপিও মই তাইৰ বিষয়ে বহুতেই জানিলো যতীনৰ পৰা । এৰা, আজি হয়তো বিনীতাই মোক তাইৰ দেহৰ আলহীৰ দৰেই অভ্যৰ্থনা কৰিবলৈ কুণ্ঠিত নহব ।

গধুলি বিনীতাক লগ পাওঁতে কৈছিল—"ভালপোৱাই জাত নিবিচাৰে, বিচাৰে অন্তৰৰ মৰমবাণি" এৰা, ভাল-পোৱাই, আন্তৰিকতা, পৰিতৃপ্তি আদিয়ে সমাজভেদ, জাতিভেদ বিচাৰ নকৰে । কৰে মাথো অন্তৰৰ অনুকম্পা অনুভৱ আৰু দুইচকুৰ তৃপ্তি সাধন । ই যুগৰ আহ্বান । সেই বাবে



আজিৰ যুগে হয়তো বিনীতাক বাধ্য কৰাব তাইৰ জাতীয়তা জলাঞ্জলি দিবলৈ ।

············ পুৰণি নগৰখনলৈ নতুনকৈ আহি কিযে এটা নতুন মাজত সোমাই পৰিলোহি । যতীনক লগ পাইছিলো যেন কোনোবা এটা অশুভ মুহূৰ্ত্তত । যাৰ কাৰণে আজি মই নিশাটো উজাগৰে কটাবলগীয়া হ'ল ।

তেতিয়া দুটাৰ ঘণ্টা কাণত পৰিলহি । বিছনাতে বাগৰ সলাই টোপনি যাবলৈ মাথোন যত্ন কৰিছিলো । অৱশ্যে কেতিয়া টোপনি আহিল কব নোৱাৰিলো । পুৱা হোটেলৰ 'বয়'টোৱে দুৱাৰত ঢকিয়াই মাতোতেহে সাৰ পাওঁ । মুখ-হাত ধুই, দি যোৱা চাহকাপত সোহা মাৰো ৰাতিৰ কথাবোৰকে ভাবি ভাবি । যেন এটা দীঘলীয়া সপোনহে দেখিছিলো যোৱা ৰাতি । তেতিয়া ব্যস্ত নগৰখনৰ ব্যস্ত জনতা দেখি ভাল লাগিছিল ।

—০)]:[(০—

# উপপথ ।

গধূলি । আহিনমহীয়া কুঁৱলীবোৰৰ মাজে মাজে মই আগবাঢ়ো ওখ-চাপৰ আলিটোৰেদি ! গাত এন্ধাৰৰ লগত মিলি যোৱা 'অভাৰকোট'টো আৰু মূৰত 'ফেল্টহেট'টো পিন্ধি জ্বলাই লোৱা চুৰটটো ওঁঠহুটাৰে চেপি ধৰি ৰক্মানীয়ে কোৱা কথাকেইষাৰ ভাবো ! জর্জিনা··· । এৰা, জর্জিনাৰ কথা ৰক্মানীয়ে মোক কৈছিল ; মোক হেনো মাতি আছে কিবা কথা কেইটামান কবলৈ । যাব লাগিব । সিদিনা যাওঁতে নকলে কিয় ? বোধকৰো সিদিনাৰ পিচৰ কথা । যাম । মোৰ ভাব আৰু ভৰিৰ গতিৰ লগত ৰুবীহঁতৰ ঘৰটো নিচেই কাষ চাপি আহিল । এনেতে বাৰাণ্ডাতে বৈ থকা ৰুবীৰ মাক কল্যানীয়ে মাত দিয়ে—

: অ' আপুনি । আহক, আহক । মই আপোনাৰ কাৰণেই বাট চাই আছিলো । তেখেতৰ মাত শুনি মই থমকি ৰলো । নমতা হলে কিজানি ভাবুকৰ দৰে ৰুবীহঁতৰ পদুলিটো পাৰ হৈ গ'লোহেঁতেন । মই পদুলিৰ পৰা ঘৰমুৱা হওঁ । আলিৰ পৰা তিনিনল বাট এৰি আহিলেই ৰুবীহঁতৰ ঘৰৰ বাৰাণ্ডাখন । বাৰাণ্ডাত ভৰি দিয়েই মই কলো ।

: ৰুবী নাইনেকি ?

: নাই, তেখেঁতৰ লগত বিয়ালৈ গ'ল ।



চিনাকি ঘৰটোৰ দুৱাৰ মেলি মই ৰুবীক পঢ়োৱা কোঠাটোত বহোঁগৈ । লগে লগেই তেখেতো [ ৰুবীৰ মাক কল্যানী ] সোমাই আহে কোলাত মৰমীক লৈ । কোলাৰ পৰা মৰমীক নমাই দিয়ে । মই হাত বাউল দি মাতোঁ । মোক দেখি তাই সৰু দাঁতকিটা উলিয়াই হাঁহে । মৰমী ৰুবীৰ ভনায়েক । ধুনীয়া আটিল দেহাটোৰে ছোৱালীজনী । কোলাৰ পৰা নামি তাই মোৰ ফালে আহে । এনেতে মাকে কয়—

: মোৰ অকলে থাকি বৰ বেয়া লাগি আছে । আপোনাক পাই অলপ ভাল লাগিছে । আজি আপোনাক অলপ জুলুম কৰিম । বেয়া নেপায়তো ?

: বেয়া ? বেয়া আকৌ কিয় পাম ? মানুহ মানুহৰ কাৰণেই নহয় জানো ?

: যেনে— আজি মোৰ কাৰণে আপুনি······· ।

: মই আপোনালোকৰ গৃহশিক্ষক । কথাটো কৈ অলপ আনমনা হৈ পৰো । তেখেতে কয়—

: মই জানো ········ !

: তেন্তে········ ?

: আৰু একো নহয় ।

: কি ?

: মোৰ অকলে অকলে বেয়া লাগি আছে ।

: তেন্তে মই······· ?

: মোৰ লগ······। কথা কৈ তেখেতে মুখ টিপি হাঁহিলে ।

: কেইঘণ্টামানৰ কাৰণে নিশ্চয় । মই কলো ।

: তেখেত আৰু কৰী নহালৈকে । আপুনি বহক ।

ভিতৰৰ পৰা আহো ।

তেখেত ভিতৰলৈ গ'ল । মই একো নেমাতিলো

ৰমী তেতিয়া মোৰ কোলাত । দাঁতকেইটা তাইৰ ডালি

গুটিৰ দৰে, মুখখন সৰু পকা থেকেৰাটোৰ দৰে ।

কল্যানীৰ দৰে মুখখন অণ্ডাকৃতিৰ নহয় । মুখত দুটা চাৰি

মৌ-বৰষা মাত । তাই মোক ভাল পায় । হাতত মা

পেঞ্চিল এডাল লৈ কয়—

: মাষ্টৰ ! মোৰ পেঞ্চিল আছে তোমাৰ নাই !

: মোৰ কলম আছে, মৰমী !

: তোমাৰ কলম বেয়া । চিয়াঁহী ওলায় ।

: তোমাৰ পেঞ্চিল বেয়া, চিয়াঁহী নোলায় ।

মৰমী আৰু মোৰ কথাৰ মাজত তেখেত আহি কয়-

: মৰমীয়ে আপোনাক বৰ ভাল পায় । আপুনি গলে

তাই আপোনাৰ কথা কৈ থাকে ।

: মৰম কৰো কাৰণেই·· ।

: অকল মৰমেই নে ?

: আৰু কি··· ?

: আৰু আনও । তেখেতে হাহেঁ । মই ভুলমূৰ কৰি কওঁ-

: আন মানে ?

: ধৰক আৰু কিবা এটা মৰমৰ তান । তেখেতে



কৌতুহল-পূর্ণ চাৱনীৰে মোলৈ চাই মুখত আৰু কিবা এটা কোৱাৰ ভাব দেখুৱায় । কেইপলমান মই নিৰৱে থাকি কলো—

: সেইটো স্বাভাৱিক । ইহঁতে যেতিয়া কোনোবা এজনে মৰম কৰা যেন পায় তেতিয়াই চিন ৰাখি থয় । নহলে কাষলৈকে নাহে ।

: আনৰ কাষলৈ নগলেও তাই আপোনাৰ মৰম নেপাহৰে ।

: নুবুজিলো, মৰমী এতিয়া নিচেই সৰু !

: মৰমীয়ে আপোনাক ভাল পায় ।

'ময়ো' বুলি কলোহেঁতেন নেকি ? মই নাভাবিলো । লাভ কি ? তেখেতৰ স্বামী আছে ; দুটা সন্তানৰে সৈতে এখন সোণৰ, সুখৰ সংসাৰ আছে । কেচা-বাদামৰ দৰে গাৰ বৰণটোত এতিয়াও বয়সৰ চাপ নাই ।

ক্ষন্তেক পিচতে তেখেতৰ ফালে চাই সুধিলো—

: তেখেত কেতিয়া আহিব ?

: কৰীয়ে আজি নপঢ়ে । কাৰণ অহাত পলম হব ।

মই বিচৰা প্রশ্নৰ উত্তৰ নেপালো । পুনৰ সুধিলো তেখেতৰ কথা । চাহৰ কথাকৈ তেখেত ভিতৰলৈ গ'ল । মৰমী মোৰ কোলাত । তাইক কলমটো মোৰ জেপৰ পৰা উলিয়াই দিব লাগে । হাতৰ তলুৱাত ধুনীয়া কন্যা আঁকি দিব লাগে । কপালত ফোঁট দিব লাগে । আৰু বহুতো । কিছু সময়ৰ পিচত মাকে চাহএকাপ আনি দি কয় —

: আপুনি কালি কিয় নাহিল ?

: গুৱাহাটীলৈ গৈছিলো। মৰমী তেতিয়া মোৰ কোলাতে টোপনি গৈছে।

: ভালেই হ'ল, কালি নাহি আজি অহাৰ কাৰণে মই খুব ভাল পাইছো। নহলে মই আজি একেবাৰেই অকলশৰীয়া হৈ পৰিছিলো।

: মৰমী আছিল নহয়?

: মইতো মৰমী নহওঁ, তাইৰ মাকহে! কি কয় আপুনি?

: নহলেও মাক আৰু জীয়েক নিশ্চয়।

: মাক জীয়েকৰ মৰমৰ লগত অন্যবোৰ মিলে জানো?

: অন্যবোৰ··· ··· ···· ?

: ওঁ, অন্যবোৰ।

: মানে?

: ধৰক কথা বতৰা পতা আৰু······। মুখৰ কথাবোৰ মুখৰ ভিতৰতে ৰাখিলে নোকোৰাকৈ। ময়ো একো নোকোৰাকৈ চেঁচা হৈ যাবলৈ ধৰা চাহ কাপৰ ফালে চাই থাকো। তেখেতে খাবলৈ কয়! বোধ কৰো নোকোৰাৰ কাৰণে মই খোৱা নাছিলো চাহকাপ। চাহকাপ যাচি দি খাবলৈ কোৱাৰ পাচত কথাত ব্যস্ত হৈ থাকি নাখালে পুনৰ অনুৰোধ কৰা ভদ্ৰতা নহয়, অনুকম্পাহে। সি যি কি নহওক, চাহকাপ হাতত লওঁ। এনেতে তেখেতে মৰমীক মোৰ কোলাৰ পৰা নিজৰ কোলালৈ নিয়ে আৰু কয়—



: কথা এটা শুনক।

: কওক।

: আগতে কওক আচল উত্তৰ দিব বুলি।

চাহকাপত সোহা এটা মাৰি ভাৱিলো— কি কথাৰ আচল উত্তৰ বিচাৰিলে! বুজিব নোৱাৰিলো। অলপ পিচতে কলো, কওক।

: কবতো······? চকুত যেন চুম্বালিৰ চাৱনি এটা লৈ তেখেতে কয়। কব নোৱাৰাকৈয়ে মই মূৰটো দুপিয়াই দিলো। কিন্তু নেভাবিলো, আচল উত্তৰ দিব পাৰো নে নোৱাৰো। তেখেতে মৰমীক শুৱাই থৈ আহি কলে—

: মোৰ লগত কথা পাতিবলৈ আপুনি বেয়া পায়নেকি?

শুনি মোৰ সন্দেহ দূৰ হ'ল! অৱশ্যে মই ভবা কথাটো শুশুধিলে। মই বৰ নীচমনা হৈ ভাবিছিলো অন্য এটা কথা। মানে সন্তীয়া প্ৰেমৰ ভাষাত কবলৈ গলে— আপুনি মোক ভাল পায়নে? এনে কিবা এটা। কাৰণ যুগটোৱেই প্ৰেমৰ ক্ষেত্ৰত সন্তীয়া। হয়তো এই কথাবোৰ তেখেতৰ দৰে এজনী ৰিবাহিতা তিৰোতাই কব নোৱাৰিলেহেঁতেন। কিন্তু, দীপ্তিয়ে কৈছিল এদিন। এৰা, দীপ্তিয়ে বহুতকেই কৈছিল 'আপোনাক ভাল লাগে। আপুনি মোক ভাল পায়নে?' ইত্যাদি। গাভৰু কিছুমানে হয়তো এনেকৈ কবলৈ কুণ্ঠিত নহয়। পিচে, হয়তো তেখেতে নকয়। কাৰণ তেখেতৰ স্বামী আছে, ছোৱালী ৰুবী আৰু মৰমী আছে। তেখেত

বিবাহিতা। শিৰত সেন্দুৰ আছে। তথাপিও তেখেতৰ কথাৰ সুৰটো যেন একেখন বীণাৰে········· মই বৰ সহজে বুজিব পাৰি কলো—

: অ' সেইটো ; সেইটো কি কথা ? কথা পাতিবলৈ ভাল নেপাম কিয়, যদি আপুনি বেয়া নেপায় ? কৈ কৈ চাহকাপত সোহা এটা মাৰো। তেখেতে কয়—

: শুদা চাহকে দিলো, বেয়া নাপাব দেই। তেখেত আজি বজাৰলৈ নগলেই। চাহত বা চেনি দিলোনে নাই মিঠা হৈছেনে ? কেইটা বাজিল ?

কোনটো প্ৰশ্নৰ উত্তৰ দিম ভাবি ঠিক কৰিব নোৱাৰি হাতৰ ঘড়ীটোলৈ চাই কলো— : এতিয়া চাৰে আঠ বাজিছে। অৱশ্যে চাহত মিঠা একেবাৰেই হোৱা নাছিল। ভাবিলো, তেখেতৰ 'তেখেত' 'বজাৰলৈ নগ'ল' কথাষাৰৰ লগত চাহত মিঠা হ'ল নে নাই কথাষাৰৰ নিশ্চয় কিবা এটা সমন্ধ আছে। এনেতে তেখেতে কলে—

: আপুনি বহক, মই ভিতৰৰ পৰা আহোঁ।

চাহকাপ খাবলৈ সময় পাই ভাল লাগিল। তেখেতৰ কথাকে ভাবি চাহকাপ পি আছো। শেষৰ চাহকণত মিঠা অলপ হোৱা যেন লাগিল। ভাবিলো, চেনি নলবোৱাকৈয়ে দিলে। আগতে এনেকুৱা নহয়। আজিহে। কিন্তু, আনদিনা কেতিয়াবা তেখেত ( ডাক্তৰ, ৰুবীৰ দেউতাক ) থাকে, তেতিয়া চাহকাপত মিঠা ঠিকেই হয়। সি যি কি নহওক, চাহকাপ



আৰু চুৰটটোৰ লগত মোৰ বেছি সম্বন্ধ। এনেতে ৰুবীৰ মাক সোমাই আহে, হাতৰ সৰু বটাখনত দুখন তামোল লৈ। বটাখন আগবঢ়াই দি খাবলৈ কয়। এখন তামোল লৈ মই মুখত ভৰাওঁ, আনখন তেখেতে লৈ কয়—

: খিলঙীয়া চেঁচা বতৰত মোৰ এই তামোলখনৰেই বেছি প্ৰয়োজন ; আৰু দুই একাপ চাহ।

: এৰা, চাহ কাপ আৰু তামোলখনে গাৰ গৰম তুলি থাকে। অৱশ্যে তামোলৰ পৰিবৰ্ত্তে মোৰ চুৰটৰহে আৱশ্যক।

: আপুনি চুৰট ভাল পায় বুলি জানো। পিচে কিনো ভাল লাগে ?

: ভাল, মানে তেনে কোনো ভালবস্তু নহয়। ধৰক অকলশৰীয়া অৱস্থাত চুৰটটো জ্বলাই লৈ আগ-গুৰি নোহোৱা কিছুমান কথা ভাবিব পৰা যায়। ইমানেই।

: আগ-গুৰি নোহোৱা কথা ভাবি কিবা লাভ আছে জানো ?

: লাভ নাই সচাঁ, কিন্তু তেনেকুৱা আঁত থকা কথা ক'ত পাওঁ ভাবিবলৈ।

: কিয় ?

: মানে ······ ধৰক ······ নাই নাই ······ মোৰ কোনো কথা নাই ভাবিবলৈ ?

ইয়াকে কৈ মই থত্ মত্ খাই যাওঁ। মোৰ পেটৰ সকলো কথাই যেন শেষ হৈ গ'ল। কথাৰ শেষত তেখেতৰ কালে চাই তলমূৰ কৰিলো। মোৰ কথাৰ শেষত তেখেতে

মোৰ সন্মুখৰ চকিখনত বহি পুনৰ কিবা এটা কৰলৈ ধৰে মুখত বেলেগ ধৰণৰ হাঁহিৰ ৰহণ সানি। এৰা, হাঁহিবো এবিধ বেলেগ ৰং আছে। এবিধেই নহয়, বহুবিধ। অৱশ্যে মই সেই একেই অৰ্থ থকা হাঁহি কেবাগৰাকী অবিবাহিত তিবোতাৰ মুখত দেখিছিলো। মনত পৰিল 'ক্ৰুটচ গাৰ্ডেন'ৰ 'এচিষ্টেণ্ট মেনেজাৰ' বুলি ৰব্বানীয়ে মোক কাশ্মিৰী, জৰ্জিনা আৰু ৰাণাৰ মাকৰ লগত চিনাকি কৰি দিয়াৰ কথা। তেতিয়া মাকৰ উৎসাহ উদ্দনিত কাশ্মিৰী, জৰ্জিনা বেগমে এবাৰ তেনে ধৰণৰ হাঁহিৰে ভৰা পাতল ৰঙা ওঁঠদুটাৰে মোৰ ফালে চাইছিল (ৰব্বানী তেতিয়া কাশ্মিৰীৰ প্ৰেম-পাশত আৱদ্ধ আছিল) এদিন নভেম্বৰ মাহৰ ঠেটুৰৈ লগা সন্ধিয়া এটাত মোক ৰব্বানীয়ে চিনাকি কৰি দিছিল জৰ্জিনাৰ মাকৰ আগত— 'এওঁ মোৰ বন্ধু বৰ্দিওৰ জামান খান। 'ক্ৰুটচ গাৰ্ডেন'ৰ 'এচিষ্টেণ্ট মেনেজাৰ'। তেতিয়া বেগমৰ মাকে মোক সুধিছিল—

: তুমি ক'ত থাকা এতিয়া ?

মাকৰ কথাত মই ফাকি দি কলো— হোটেলত।

: টকা কিমান হয় সকলো মিলাই ?

মোৰ খং উঠিল তেনেকৈ সোধাত। এমাহ চাকৰি কৰি কিমান টকা পাওঁ তাক ৰব্বানীয়ে জানে আৰু মই জানো; সেই বুলি আনে সোধাতো মই শিষ্টাচাৰ বুলি ভাবিব নোৱাৰো। মই তেতিয়া ৰব্বানীৰ মুখলৈ চালো। মোৰ খং উঠা বুলি ৰব্বানীয়ে বুজিছিল। উত্তৰ হিচাবে তেৱেঁই মাত দি কলে—



: কিমাননো পাব, প্ৰায় দুশ আঢ়ৈশমান হয়গৈ।

ৰব্বানীৰ কথাৰ শেষত বহি থকা বিছনাখনতে গাটো হেলান দি বেগমহঁতৰ মাকে মোক কয়—

: এৰা, তোমাৰ কথা ৰব্বানীয়ে মোক কৈ থাকে। বৰ ভাল পালো অহাৰ কাৰণে। আহি থাকিবা বোপা। নিজৰ ঘৰ বুলি আহি থাকিলে প্ৰেম-প্ৰীতি থাকে। এই কাশ্মিৰী! ককাইটিয়েৰহঁতক চা-নাস্তা কি আছে দে। তহঁতে মানুহ এটা আহিলে হৰ্দম্ মুখলৈ হাঁ কৰি চাই থাকিবি। যা, চা-নাস্তা কি আছে দেহি।

কথা কেইটা শুনি মোৰ মনটো কিবা কিবা লাগিল। ভাবিছিলো মোক সোধাৰ দৰে ময়ো সিহঁতক সোধোনেকি সিহঁতৰ ইন্‌কম কিমান বুলি। কিন্তু, প্ৰয়োজন অনুভৱ নকৰিলো। কাৰণ মোক ৰব্বানীয়ে কৈছিল সিহঁতৰ সকলো কথা। মোক যেনেকৈ ৰব্বানীয়ে সিহঁতৰ ঘৰলৈ নিছিল, ঠিক তেনেকৈয়ে হেনো ৰব্বানীকো হৰিদাস ফুকনে এদিন লৈ গৈছিল। কিন্তু, তেতিয়াও ৰাণী, জৰ্জিনা আৰু কাশ্মিৰীয়েই আছিল। এতিয়া হৰিদাস ফুকন নাই। এতিয়াও যেন তাহানিৰ সেই একে আড়ম্বৰ। বাপেক নাই। মৰিল নে আছিল নাজানো। কিন্তু, এতিয়া নাই। কাৰো মুখত বাপেকৰ কথা আজিলৈকে শুশুনিলো। মুঠতে ইমানেই জানো। মোক এদিন ৰব্বানীয়ে সিহঁতৰ লগত চিনাকি কৰি দিছিল। আৰু তাৰ কাৰণেই মোৰ বা সিহঁতৰ লগত চিনাকি

হোৱাজনৰ কাৰণে তুৱাৰ সদায় মুকলি । ওচৰ চুবুৰীয়াবোৰ বিভিন্ন ভাষা-ভাষীৰ লোক । গতিকেই বিভিন্ন লোকৰ অবাধ গতিত সিহঁতে বাধা নিদিছিল ।

তেখেতৰ হাঁহিটোও সেই কাশ্মিৰীৰ ওঁঠৰ হাঁহিৰ দৰেই লাগিছিল । অৱশ্যে কাশ্মিৰী আছিল অবিবাহিতা এজনী তিৰোতা, তেনে তিৰোতাৰ চলাৰ পথ নেথাকে হাঁহিটোৰ অবিহনে । কিন্তু, তেখেত ··· ? তেখেত বিবাহিতা; ৰুবী আৰু মৰমীৰ মাক । সংসাৰত জীৱিকাৰ পথ সুচল তেখেতৰ । অভাৱ নাই ······ । ভাবিছিলো,— কাশ্মিৰীৰ কথা আৰু তেখেতৰ অৰ্থপূৰ্ণ হাঁহিটোৰ কথা ।

মই কেইবা মিনিটো নিৰৱেই আছিলো, তেখেতে কৈ থকা কথাটৈ কাণ নিদি । কি কৈছিল কব নোৱাৰাকৈয়ে চাই আছিলো, তেখেতৰ মুখৰ ফালে । লগে লগে তেখেত বহা চকিখন আৰু ওচৰ চপাই আনি কিছু সৰু সৰুকৈ উদ্বিগ্ন চিতে কয়—

ঃ মই ··· ·· মই যদি আপোনাক ভাবিবলৈ ভাবৰ আঁতডাল উলিয়াই দিওঁ, তেতিয়া ··· ? ক'তা মইতো তেখেতক প্ৰতিশ্ৰুতি দিয়া নাছিলো ভাবৰ আঁতডাল উলিয়াই দিয়াৰ কিবা বিনিময় আছে বুলি ! ভাবিলো, আৰু ক্ষন্তেকৰ পিচতেই কলো—

ঃ তেতিয়া, ··· তেতিয়া মানে······ আৰু কি হব··· ?

ইতিমধ্যেই মই বুজিব পাৰিলো তেখেতৰ মনৰ সকলো কথাকে ।



তেখেতে টেবুলৰ ওপৰত থকা ফুল-দানিটোৰ ফুল এপাহ চিঙি পুনৰ কয়—

ঃ কওক ! তেতিয়া ভাবিবনে মোৰ কথা······ ?

মই চক্ খাই উঠিলো তেখেতৰ মুখেদি ওলোৱা কথাষাৰ শুনি । ভাবিলো, তেখেতে ভুল কৰিয়েই কৈ পেলালে নেকি কথাষাৰ ? ডেকা লৰা এটাৰ মনৰ মাজত তেখেতৰ কামনাক ঠাই দিবলৈ জনোৱা আহ্বান আৰু অদমনীয় মনৰ আশাটোৰ কথা পুনৰ ভাবো । এবা, তেখেতৰ কথা মোৰ ভাবিবলগীয়া হ'ল ।

তেতিয়া ঘড়িটোত চাৰে ন বাজিছে । মানুহ নোহোৱা ঘৰখনত মাত্ৰ দুটা প্ৰাণী । এটা ডেকা আৰু এজনী গাভৰু তিৰোতা, ৰুবী মৰমাৰ মাক, আৰু তেখেতেই ডাক্তৰৰ পৰিবাৰ !

মই একো নোকোৱাকৈয়ে চাই দেখিলো— তেখেতৰ উন্মীলিত নীলা চকুদুটাত আশাৰ পাপৰিবোৰ লাগি যেন ঘামি উঠিছে । চাদৰ পিচলি ওলাই পৰা কেঁচা-বাদামী ৰঙৰ মাংসল বাহুদুটাৰ হাত দুখনেৰে আঙুলি গাঠিছে ··· ঘূৰণীয়া মুখখন ঘামো ঘামো হৈ পৰিছে······ আৰু মূৰৰ ওৰণিখন বহু আগতেই খহি পৰিছে তেখেতে কব নোৱাৰাকৈয়ে ·· ···· ···· ··· । পলকহীন চকুৰ দৃষ্টি তেখেতৰ ওপৰত ৰাখি মই ভাবো— দুটি সন্তানৰ মাক হৈ তেখেতে আজি উপপথৰ সন্ধান বিচাৰিছে । তেখেতৰ স্বামী ডাক্তৰ ! কিহৰ তাড়নাত তেখেতে আজি নতুন পথৰ সন্ধান বিচাৰিছে মই বুজিলো । এদিন তেখেতে কৈছিল কথা প্ৰসঙ্গত— "তিৰোতাৰ জীৱনত বিয়া প্ৰয়োজনীয়

বুলি মই স্বীকাৰ কৰো। তিৰোতাই বিয়া আৰু সন্তানৰ মাক হবলৈ ইচ্ছা কৰে। কিন্তু, সেই কাৰণেই নেকি নিজক উৎসৰ্গা কৰিব লাগিব এটা দানৱৰ হাতত ? মই হাজাৰ বাৰ মানি লম, প্ৰয়োজন মানুহ মাত্ৰেই আছে বুলি। ময়ো মানুহ। মোৰো প্ৰয়োজন আছিল··· ···। চকুৰ তৃপ্তিয়ে যেনেকৈ মনক আনন্দ দিব পাৰে তেনেকৈ মনৰ তৃপ্তিয়ে চকুক আনন্দ দিব নোৱাৰে। সেই কাৰণেই বুজিছে······।" এই বুলি কৈ তেখেতে মোক আৰু বেছি একোকে কব নোৱাৰিলে। তেতিয়া তেখেতৰ কথাবোৰ শুনি মই বহু কথাকেই ভাবিছিলো। কিন্তু, আজি আকৌ সেই একে কথা আৰম্ভ হোৱাৰ সম্ভাৱনা······। মোৰ এটা এটাকৈ মনত পৰি গ'ল আজি ছমাহৰ আগৰ কথাবোৰ। আৰু এদিন তেখেতে মোক কৈছিল- "আপোনাক মুছলমান যেন নেলাগে। আপুনি হিন্দু ছোৱালী বিয়া কৰাওক।" বিয়াৰ কথা কোৱাত মই একপ্ৰকাৰ চক্ খাই গলো! এৰা, মানুহৰ বিয়াৰ প্ৰয়োজন আছে। আৰু প্ৰয়োজন আছে বুলিয়েই হয়তো মই এদিন বিয়া কৰাব লাগিব। কিন্তু, এতিয়া নহয়। তেখেতৰ কথাবোৰে মোক যেন বুজাই দিছিল তেখেতৰ অন্তৰত কিবা এটা অপৰিহাৰ্য্য বস্তুৰ ছুভিক্ষ হৈছে বুলি। হবই। গিৰিয়েক ঘৈনীয়েক ছুজনৰ মাজত ৰুচিৰ ভেদ হলে দাম্পত্য জীৱন সুখী হব নোৱাৰে।

তেখেতৰ কথাৰ উত্তৰত মই কলো—

: ভাবিম নিশ্চয় আপোনালোকৰ কথা।



: আপুনি কথাবোৰ বৰ ভাবি ভাবি কয় কিয় ? ইমান ভয় নে পুৰুষ এজনৰো ?

মই কোৱা কথাত অসন্তুষ্ট হৈ তেওঁ পুৰুষ জাতিটোকে আজুৰিলে। অৱশ্যে, ইতিমধ্যেই মই তেখেতৰ মনৰ ভুতটো ভালকৈয়ে দেখিছিলো। সেই ভুতটোৱে বিচাৰিছে এজন পুৰুষৰ সান্নিধ্য ; যি সান্নিধ্যই হয়তো তেখেতৰ মনৰ উদ-ভ্ৰান্ত কামনাক দমাব পাৰিব। ভাবো— ইমান নিষ্ঠুৰা কিয় তেখেত······? মৰমী আৰু ৰুবীৰ মাকে সিহঁতৰ প্ৰতি থকা মৰম বোৰকো হত্যা কৰি, ডাক্তৰক অৱজ্ঞা কৰি, কিয় ইমান নিষ্ঠুৰা হৈ পৰিছে······ ?

পাহৰি থকা কাশ্মিৰীজনীলৈ আকৌ মনত পৰিল। এতিয়া ৰাণী নাই কাশ্মিৰীহঁতৰ ঘৰত। সিদিনা, নহয়, আজি প্ৰায় এমাহেই হ'লহি। কাপোৰৰ দোকানী এটাৰ অনেক কাপোৰ আৰু টকাৰ বিনিময়ত মাকে অবৈধ্য-বিবাহ-সমন্ধ ঘটাই দিছে কিছুদিনলৈ সেই কাপোৰ দোকানীজনৰ লগত। এতিয়া তাই 'লেক্‌ভিউ' হোটেলত থাকে। ঘৰত কাশ্মিৰী, জৰ্জ্জিনা আৰু মাকহে থাকে। কাশ্মিৰীৰ মৰম-বোৰ ৰব্বানীয়েহে পায়। সিদিনা এই বিষয়ে আলোচনা হওঁতে ৰব্বানীয়ে কৈছিল—

: বদিওৰ। ৰাণী গ'ল, এতিয়া তোৰ কথা জৰ্জ্জিনাই কৈ থাকে। তোক মাতিছে। ওলাবিছোন মোৰ লগত।

এবা, মোৰ কথা কৰই। কাৰণ ৰাণী থাকোঁতে তাই দুভাগখিনি সময় মোৰ লগতহে কথা পাতে।

তেখেতক কাশ্মিৰীৰ লগত ৰিজাই পেলাবৰ মন গৈছিল যাবই। সমাজৰ চকুৰ আগত সন্মান লাভ কৰিব পৰা এজনী গাভৰু তিৰোতাৰ গোপন অভিসাৰৰ কথা এজনী পথচাৰিকাৰ লগত তুলনা কৰিব পাৰি। তেখেতৰ কথাৰ শেষত মই কলো—

: মই সংসাৰখনক বৰ জটিল বুলি ভাবো। ই কেৱল মোৰ কাৰণেইহে বুজিছে। সংসাৰখনক সহজ বুলি ভাবিবলৈ ভয় লাগে। সেই কাৰণেই.......।

এই বুলি কৈ মই তেখেতৰ ফালে চাই থাকো দুটামান মিনিট। মোৰ কথা শুনি তেখেতে হাতদি থকা ফুল-দানিৰ পৰা ফুল এপাহ জোৰেৰে চিঙিবলৈ চেষ্টা কৰাত ফুল-দানিটো বাগৰি পৰে। হঠাৎ ফুল-দানিটো বাগৰি যোৱাত মই হাত মেলিলো, লগে লগেই তেখেতেও হাতখন আগুৱাই দিলে। অৱশ্যে ফুল-দানিত কাৰো হাত নপৰিল। তেখেতে মোৰ হাতখনত ধৰিলে ভীষণ জোৰেৰে·· ··। ফুল-দানিত থকা পানীবোৰ বাগৰি প্লাষ্টিকৰ টেবুলক্লথখনৰ ওপৰেদি বাগৰি গৈ চাংঘৰৰ তক্তাত প্ৰথমে চিৰ্ চিৰ্ কৈ তাৰ পিচত টোপে টোপে পৰে। মই তেখেতৰ ব্যৱহাৰত অবাক হৈ কেৱল তেখেতৰ মুখখনলৈ চাই থাকিলো······। তেখেতে মোৰ হাতখন এৰি নিস্পন্দিত কণ্ঠেৰে কলে—



: আপুনি মোক বুজিবলৈ যত্ন কৰক জামান······!!
এবাৰ বুজিবলৈ যত্ন কৰক ·· ··!!

তেনে ধৰণৰ কথাৰ মাজেদি বহু সময় পাৰ হৈ গ'ল··· ···। অৱশ্যে আমি সেই কোঠাত নাছিলো। বহল বিছনাখনৰে ডাঙৰ কোঠাটোৰ চকিখনত মই আৰু কাষৰ টেবুলখনত ভেজা দি তেখেত। দুয়ো বহুত কথাকে পাতি-ছিলো······ ঘড়িত তেতিয়া এঘাৰটা বাজিছিল ···।

এনেতে বাহিৰত দুৱাৰত ঢকিয়াই ঢকিয়াই ৰুবীয়ে মাত দিয়ে—'মা দুৱাৰ খোলক' বুলি। লগে লগেই তেখেত বাহিৰৰ কোঠালৈ ওলাই গৈ দুৱাৰ খোলে। মায়ো বাহিৰৰ কোঠাতে বহিলোগৈ। দুৱাৰ খোলাৰ লগে লগেই ৰুবীয়ে কয়—

: ইমান মাতি আছো শুনা নাই নেকি?
: কেইবাৰ মাতিছানো। মাত্ৰ এবাৰহে। দেউতাৰা কলৈ গ'ল?

: সোৱা, সৈ যে দাস! তেখেতৰ লগত ক'ৰবালৈ গৈছে। মোক পদুলিতে থৈ দুয়োজন ওলাই গৈছে।
: ভিতৰলৈ যোৱা, তোমাৰ কাৰণে ছাৰ আহি বহি আছেহি।
: ক'তা? সচাঁ?
: অঁ তো, যোৱা আমাৰ ভিতৰতে বহি আছে।
ৰুবী ভিতৰলৈ আহি দেখে যে তাইৰ ছাৰ মাজৰ কোঠাতে

ৰহি আছে। ছাৰক দেখি তাইৰ ভাল লাগে, ইমান ৰাতিলৈ ছাৰে তাইৰ কাৰণে বৈ থকা দেখি। আৰু লগে লগেই মাত দিয়ে—

: ছাৰ !

: ৰুবী আহিলা ?

: হয় আহিলো।

: ইমান দেৰিলৈকে বিয়া খালাগৈনে ?

: দৰা অহা চাই আহিলো।

: অ' সেই কাৰণেহে।

লগে লগেই ৰুবী ওচৰ চাপি আহিল। ময়ো তাইক নিচেই কাষলৈ আনি লনি দেহাটোৰ ওপৰত থকা চিক্কণ ফ্ৰকটোৰ ওপৰতে হাত ফুৰাই থাকো। তেখেতে দুবাৰখন বন্ধ কৰি আহি কাষৰ চকিখনত ভেজা দি থাকি মোৰ আৰু ৰুবীৰ ফালে চাই থাকে মুখত এটা তৃপ্তিৰ হাঁহি লৈ। কন্তেকলৈ কোঠাটো আগুৰি ধৰে মাজ নিশাৰ নিৰবতাই। কিছু সময়ৰ পিচত মই কওঁ—

: তেখেত নাহিল দেখোন ?

তেখেতে দীঘল উশাহ এটা সলাই কয়—

: ক'ত আৰু এতিয়া আহিব ! দাসৰ লগত ওলাই গৈছেহে ··· !!

: কলৈ ?

: আৰু কলৈ যাব ! যত মদপাৰ আমোদৰ বস্তু পোৱা যায় ··· ·······।

কথা কৈ তেখেত যেন নিঃস্ব হৈ পৰে। ময়ো একো নামাতি ন-বছৰীয়া ৰুবীজনীক কোলাত তুলি লওঁ। তেখেত আমা দুয়োকে পলকহীন দৃষ্টিৰে চাই থাকি পুনৰ কয়—

: কওক ছাৰ ! আজি জানো মই কিবা ভুল কৰিলো ··· ? ময়ো জানো জীয়াই থাকিব নালাগিব···· ?

মই তেখেতৰ কথাৰ উত্তৰ দিলো কেৱল এটা দীঘল হুমুনিয়াহেৰে ! কিছু সময়ৰ পিচত ৰুবীক কোলাৰ পৰা নমাই তেখেতক মাত্ৰ কলো—

: মই যাওঁ এতিয়া।

মই গুছি আহিছিলো তেখেতৰ কঁপি থকা নীলা চকু দুটাৰ দৃষ্টিৰ আঁৰ হৈ।

:—:

# মাকু, মৰম আৰু জীৱন

: সংগ্ৰাম নহলে জীৱন নচলে ; কিন্তু, জীৱন নহ
সংগ্ৰাম ক'ত ? মানুহৰ জীৱনত দেহাটোক জীয়া
ৰাখিবলৈ সংগ্ৰাম কৰিব লাগে বুলি মোক মামীয়ে কৈছি
ওৱাহেদ ! সেই কাৰণেই মই জীৱনটোৰ ওপৰত অত্যাচা
কৰিবলৈ অকণো দ্বিধাবোধ নকৰো ঃ

কথা কৈ জোহানে হাতৰ জ্বলি থকা চুৰট্‌টোলৈ চা
উদাস হৈ গৈছিল । মৰো সি কৈ অহা কথাবোৰ শু
আমনি পোৱা নাছিলো । কাৰণ মৰো মোৰ জীৱনটো
ওপৰত অমানুষিক অত্যাচাৰ কৰি আহিছো । অত্যাচা
কৰিছো কেৱল পৃথিৱীত জীয়াই থকাৰ মোহটোৰ বাবেই
আমাৰ দৰে মানুহ পৃথিৱীত জীয়াই থাকিবলৈ সংগ্ৰাম কৰি
লাগে, অত্যাচাৰ কৰিব লাগে এই কোমল তেজমঙহে
গঠিত দেহাটোৰ ওপৰত ।

কোনোবা এক শুভ মুহূৰ্ত্তত জোহানৰ লগত চিনাকি
হৈছিলো বোধকৰো । নগৰখনলৈ প্ৰথম আহোঁতেই জোহা-
নৰ লগত চিনাকি হৈছিলো । এৰা, জোহানৰ লগত
চিনাকি হৈছিলো মোৰ মালিকৰ ঘৰৰ বাৰাণ্ডাত । সেই
কথা মনত আছে । মোৰ মালিকজন আছিল চাৰিখন বাচ-
ট্ৰাকৰে সৈতে এটা 'মটৰ ওৰ্কচপ' থকা ধনী মালিক ।



ৰাতৰি কাকতৰ জাননী এটাই মোক জোহান থকা নগৰখনলৈ আহিবলৈ বাধ্য কৰালে । নিবনুৱা হৈ পেটৰ যন্ত্ৰণা ভুগী মৰাতকৈ, লোহা, ইঞ্জিনৰ লগত সংগ্ৰাম কৰি মৰাটোকে ভাবিলো মোৰ কৰ্ত্তব্য বুলি । মধ্যবিত্ত পৰিয়ালত জন্মিছিলো মই । বাবাজানৰ সামান্য উপাৰ্জ্জনে মোক যুগৰ খোৰাক যোগাব নোৱাৰিছিল । সেই কাৰণে সৰুতে পঢ়া-শুনা বাদ দি চিনাকি মটৰ হেণ্ডিমেন, ড্ৰাইভাৰৰ লগত ঘুৰি ফুৰিছিলো । বনৰীয়া জন্তু ঘুৰাদি ঘুৰি শিক্ষা জীৱনৰ সামৰণি মাৰিলো । শেহত ড্ৰাইভাৰ হেণ্ডিমেন ভাইহঁতৰ লগতে থাকি মটৰৰ কাম শিকিছিলো । এয়া, এতিয়া তাৰেই ফল স্বৰূপে 'মটৰ মেকা-নিক' হৈ জীৱনৰ দিনবোৰ গণিব লাগিছো মবিল, লোহা, আৰু পেট্ৰলৰ মাজত থাকি । ইও এক শান্তি ; ইও এক তৃপ্তি ; এই শান্তি আৰু তৃপ্তিৰ মাজতেই আহি চিনাকি হৈ পৰিছিলহি বেচেৰা জোহানটো । সি আছিল মোৰ মালিকৰ লৰা-ছোৱালী কেইটাৰ গৃহশিক্ষক ।

এৰা, জোহান আৰু মোৰ মাজৰ সম্বন্ধটো বৰ বেলেগ ধৰণেৰে গঢ়া । মই 'মটৰ মেকানিক' ; মদ নহলে এদিনো চলিব নোৱাৰো । চুৰট্‌টোও মোৰ অপ্ৰিয় আছিল বুলিলে মিছা কোৱা হব । এই দুয়োবিধ মোৰ বৰ প্ৰয়োজনীয় বস্তু । অকলশৰীয়া সময়খিনিৰ বন্ধু এই দুয়োটা বস্তু । কিন্তু জোহান, জোহানটো আছিল মোৰ পৰা সম্পূৰ্ণ বেলেগ ; জোহানে মদ নাখাইছিল । চুৰটতো ইমান বাপ

নাই তাৰ। কিন্তু, চাহ একাপ বা কফি একাপৰ প্ৰতি তাৰ লোভটো বৰ বেছি। মোক মদে যেনেকৈ এখন নতুন দুনিয়াত তুলি থয়, তাকো হেনো চাহকাপ বা কফিকাপে বহুতো কথাকে পাহৰাই ৰাখে। বহুতো ভাবি নোপোৱা কথাৰ শেষ সিদ্ধান্তত উপনীত হবলৈ সমল যোগায় বুলি সি মোক কেইবাদিনো কৈছিল। মই মদ খোৱাৰ কাৰণে সি কেইবাদিনো কৈছিল "মদ হাৰাম" বুলি এৰি দিবলৈ। মদ এৰি দিম বুলি তাক কেতিয়াবা কথাও দিওঁ। ক'ত পাৰো মদ এৰিব। এৰি দিম বুলি কলেই দেখোন মোৰ গাটো মৰা মানুহৰ গাৰ দৰে লাগে। অৱশ্যে নুৰেজা থকা হলে মদ নোখোৱাকৈয়ো থাকিব পাৰিলোহেঁতেন। সচাঁ কথা! নুৰেজাই মোক অকলে এৰি থৈ গ'ল। মই মদ খাবলৈ শিকিলো। ইমানেই। নুৰেজাৰ মৃত্যুৰ পাচত মাকে তাইৰ ভনীয়েকক মোক লৈ আহিবলৈ কৈছিল। এই বিষয়ে মই বহু আগতে গম পাইছিলো। বায়েক নুৰেজাৰ বেমাৰ হৈ থাকোতেই ভনীয়েক চবেজা খাতুনে মোক পীড়ন কৰিছিল। কৈছিল—

: ভিনিটী। তোমাক মোৰ বৰ ভাল লাগে। নুৰেজা বাইটীৰ কিবা হলে তোমাৰ বৰ দুখ হব নহয়? যদি বেয়া নোপোৱা অন্যফালে আৰু কাকো নাচাবা দেই : এৰা চবেজাই কৈছিল নুৰেজাৰ বেমাৰ হৈ থাকোতেই। তাই মাৰাত্মক ছোৱালী। অসুখ হৈ থাকোতেই বায়েক নুৰেজা



বিবিক বিদায় দি খালি ঠাই পুৰাবলৈ বিচাৰিছিল। কি অসৎ স্বভাবৰ ছোৱালী আছিল তাই। কিন্তু, মোৰ প্ৰতি তাইৰ মনটো বাস্তৱিকেই বেছি ধৰণে ঢাল খাই আহিছিল। সি যি কি নহওক, মই তাইক নাৰাখিলো। কাৰণ তাইৰ মাকৰ চৰিত্ৰ বেয়া। নুৰেজাক মই অনাৰ পিচত চবেজাৰ মাকে তাইক লৈয়ে খৰচ-পাতি চলাই আছিল। বাপেকটোও সেই একেই। চবেজাই মাকৰ মৰম পাইছিল এই কাৰণত। সিহঁতৰ উপাৰ্জ্জনৰ থল নাই। ভায়েক হাচুৰে পানৰ দোকান এখন দিছিল। সিমানেই সিহঁতৰ উপাৰ্জ্জন। নুৰেজা থাকোতে ময়ো কিছু খৰচ-পাতি দি আছিলো। এতিয়া আৰু ক'ত দিম, নিজক লৈ ব্যস্ত থাকোতেই যায়। সিহঁতৰ কথা চিন্তা কৰি লাভ কি, কাৰণ খৰচ দিলেও চবেজাৰ দেহ টকাৰ বিনিময় নোহোৱাকৈ নাথাকে। পখিলা-পাতল চবেজা জনীয়ে দেহ-সম্ভোগ-ক্লান্ত অতিথিক দেহেৰেই বিনিময় দিয়ে চিনেমা, শাৰী, ব্লাউজ আৰু ঘৰুৱা খৰচ-পাতিৰ কাৰণে। মই আজি কালি সিহঁতৰ খবৰ একেবাৰেই নোলোৱা হৈছো। নলওঁ, কাৰণ সিহঁতে মোক নিবিচাৰে। মইনো কেলেই বিচাৰো! চবেজায়ো মোক আগৰ দৰে নমতা হৈছে। নামাতে নাই। সিহঁতৰ দৰকাৰ নাই, মোৰো নাই। সিহঁতৰ লগত সম্বন্ধটো গঢ়ি উঠিছিল কেৱল নুৰেজাৰ কাৰণে। এতিয়া নুৰেজা নাই। চবেজাক মই নৰখাও বুলি কলো। পাচত মাকে মোক কৈছিল—।

: এতিয়া সুৰেজা নাই । তুমি আহি চবেজাক ন
কৰিবাহি । তুমি কপাল পোৱা...... ।

: এৰা, ময়ে কপাল পোৱা । হওক, তেওঁলোক একো ক্ষতি নহয় । সেই দিনাৰপৰা ময়ো সিহঁতৰ ঘৰলৈ যোৱা নাই । মাজতে এদিন চবেজাৰ ভায়েক আহি কৈছিল বায়েক চবেজাৰ বৰ অসুখ বুলি । গৈছিলো । মাকে চবেজাক মাতৃমঙ্গল হস্পিতালত থৈ আহিবলৈ কৈছিল । তাৰ পাচত তাইৰ ছোৱালী এজনী হৈ মৰিছে । এতিয়া আকৌ চবেজা গৈ ঘৰতে আছেগৈ । গাভৰু ছোৱালী এজনীৰ সন্তান জন্ম হোৱাটো সিহঁতৰ সমাজৰ একো ডাঙৰ কথা নহয় । কিন্তু সুৰেজাৰ তেনেকুৱা হোৱা নাছিল । সুৰেজাক মই ভাল পাই বিয়া কৰাইছিলো কাজী মৌলবী সাক্ষী কৰি । এইবোৰ কাৰণেই মই তাৰ পৰা ইয়ালৈ আহিলো । আহিয়েই মোৰ শ্ৰদ্ধাৰ বন্ধুক লগ পাইছিলোহি । ইমান সবল জোহানটো মৰম লাগে বেচাৰাটোলৈ । জোহানে মাকক বৰ শ্ৰদ্ধা কৰে । মি জীয়াই থাকিবলৈ সংগ্ৰাম কৰে । তাক মাকে শিকাইছে সংগ্ৰাম কৰি জীয়াই থাকিবলৈ । বাপেক নাই বেচাৰাটোৰ, লোকৰ দুখত দুখী হব পাৰে । তাক যেন আনৰ কাৰণে আল্লাই স্ৰজিলে । তাৰ লগত চিনাকি হোৱাৰ কেইদিন মানৰ পিচতেই মই তাক মোৰ কথাবোৰ কৈছিলো । শুনি সি মোক বহুতো কৈছিল । আৰু বুজাইছিল—

: ওৱাহেদ্ । তুমি কিয় জীৱনটোৰ ওপৰত অনাহকত



ইমান অত্যাচাৰ কৰিছা ? মদ নাখাবা, জীৱনটোৰ মূল্য আছে । :

মই কৈছিলো— মূল্য আছে জোহান ! থাকিলেও এই মৰম নলগা জীৱনটোৰ ওপৰত অত্যাচাৰ কৰি ভাল লাগে । অন্ততঃ সুৰেজাৰ কথা পাহৰি থাকিবলৈ মই মদ খাব লাগিব । সুৰেজাই মোক বহুত শিকাইছিল । তাইৰ লগত মোৰ 'লাভ মেৰেজ' হৈছিল ।

: 'লাভ মেৰেজ' ?

: ওঁ জোহান । 'লাভ মেৰেজ' হৈছিল সুৰেজাৰ লগত ।

: 'লাভ'ৰ ওপৰত মোৰ সিমান আস্থা নাই, ওৱাহেদ্ । কাৰণ ইয়াৰ 'এক্‌চন' বৰ বেয়া হৈ পৰেগৈ । মোৰ ধাৰণা— বৰ্ত্তমানৰ এজনী ছোৱালীয়ে তোমাক ভাল পাই থাকিলেও তোমাৰ অজ্ঞাতে বা অনুপস্থিতিত আন এজনকো ভাল পাব পাৰে । ভাল পোৱা অন্তৰে কেৱল এজনকেই ভাল পাই জীৱনৰ মৌ-চাক পচাই পেলাব নোখোজে । খোজে মাত্ৰ জাক্-জমকময় জীৱনটোক উপভোগ্য কৰি তুলিবলৈ ।

: মোৰ ক্ষেত্ৰত বেলেগ বুলি ধৰিব পাৰা জোহান !

: দুই এজনৰ জীৱনত হয়তো তেনে নহব পাৰে । তথাপিও তুমি আজি মদপী হৈছা, আন এজনী প্ৰেম-পৰিত্যক্তা গাভৰু বিপথগামিনী হৈছে, আন এজন পাগল হৈছে । সেই যে সিদিনা দেখিছিলা মানুহজন, তেওঁৰ কথাতো জানায় ! কলেজত উচ্চশিক্ষা লবলৈ গৈ সহপাঠীৰ

লগত প্ৰেমত পৰি এতিয়া বাটৰ ফাপৰে ধৰা কুকুৰৰ দৰে ৰাস্তাই ঘাটে ঘূৰি ফুৰিছে। কি লাভ হ'ল, উচ্চ শিক্ষা লবলৈ যোৱাৰ? এই ক্ষেত্ৰত ইমান দুৰ্ব্বল হোৱা বেয়া। বিশেষকৈ এই যুগটোত। শুনা,— এজন বিশিষ্ট লোকৰ কথাকে কওঁ। তেওঁ আছিল ধনী-মানী, সমাজৰ ভব্য-গব্য লোক। প্ৰেমত পৰিছিল এগৰাকী অৱস্থাহীন পৰিয়ালৰ শিক্ষয়িত্ৰীৰ লগত। অৱশ্যে আগতে তেওঁ শিক্ষয়িত্ৰী নাছিল। প্ৰেমৰ বতাহে কোবাই জুকলা কৰাৰ পিচতহে শিক্ষয়িত্ৰীৰ কামত সোমায়। প্ৰেমিক বিচ্ছেদৰ পিচত অবিবাহিত গাভৰু গৰাকীৰ এটি কন্যাসন্তান জন্ম হয়। এয়া, আজি পাঁচ বছৰ পাৰহৈ যায়। ছোৱালীজনীক লগত বাখি স্কুলতে কাম কৰি আছে গাভৰু গৰাকীয়ে। অৱশ্যে সেই ভদ্ৰলোক জনো সেই ঠাইতে থাকে। সিদিনা মই দেখিছিলো তেওঁৰ প্ৰেমিকা গৰাকী থকা সেই আলিটোৰেদি যোৱা। তেওঁৰ পাঁচ বছৰীয়া জীয়েকক মানুহজনক দেউতাক বুলি চিনাকি কৰি দিছিল। আৰু হাতত ধৰি ঘৰলৈ আনিবলৈ কৈছিল। অজান শিশুটিয়ে দৌৰি আহি দেউতাকৰ হাতত ধৰিবলৈ আহোঁতেই ভদ্ৰলোকজনে হাত জোকাৰি ধমক দিলে আত্মসম্মানত আঘাত লাগে বুলি। এনেক্ষেত্ৰত মই প্ৰেমত পৰাটো পচন্দ নকৰো ওৱাহেদ্।

: তথাপিও জোহান, মোৰ আৰু সুৰেজাৰ প্ৰেম বৰ বেলেগ ধৰণৰ আছিল।



: অৱশ্যেময়োযে প্ৰেমৰ পৰা বাচি আছো সেইটো নহয়।

: সেইটো বুজো। কিন্তু...... ? মোৰ 'কিন্তু'ৰ পিচত জোহানে কৈছিল অনৰ্গল; কৈ গৈছিল এঘৰ মানুহৰ কথা—

: বহুতদিনৰ আগতে এঘৰ মানুহ আমি থকা ঘৰটোৰ কাষৰ ভাৰাটীয়া ঘৰটোলৈ আহিছিল। নগৰখনৰ এচুকে আওহতীয়া অঞ্চল এটাত আছিলো; এতিয়াও আছো। সেই অঞ্চলৰ প্ৰত্যেক মানুহে ক্ষীণ জীৱিকাৰে একো একোটা শকত পৰিয়াল চলাব লাগে। এৰা, আমাৰ কাষৰ ঘৰটোলৈ তিনিজনী ছোৱালী আৰু দুটা লৰাৰে আফ্চৰ দৰ্জ্জি আহিছিল। মই তেতিয়া স্কুলৰ ক্লাচ চেভেনত পঢ়িছিলো। মোৰ;— মোৰ জীৱনত আখৰৰ লগত চিনাকি হোৱাৰ পৰা গৃহশিক্ষকতা কৰি আমনি লগা নাছিল। এতিয়াও। আমাৰ ঘৰৰ কাষলৈ আফ্চৰ দৰ্জ্জি আহোঁতেও ভাল লাগিছিল। ভাল লাগিছিল এই কাৰণেই, মই আৰু এটা টিউচন পাম। অৱশ্যে সি হৈ নুঠিল তেতিয়া। আফ্চৰক তেতিয়া সকলোৱে আফ্চৰ দৰ্জ্জি বুলিহে জানে। মই তেতিয়া বুজিলো আফ্চৰ দৰ্জ্জি বুলি। আৰু তেওঁ দিনত বজাৰত থকা মনোহাৰী মালৰ দোকানত থাকে। ৰাতি ঘৰত আহি তিনি চাৰি ঘণ্টা অৰ্ডাৰ দিয়া কাপোৰ চিলাই কৰে। বৰ পৰিশ্ৰমী আছিল মানুহজন। তিনিজনী ছোৱালী, দুটা লৰা আৰু ঘৈণীয়েকৰ সৈতে ঘৰখন

চলাব লাগে টাউনত। টাউনত ঘৰ চলোৱা কিমান টান তাক তুমি নিশ্চয় জানা নহয় ওৱাহেদ ? তথাপিও এদিন আফ্চৰে মোক মাতি নি কলে— স্কুলত পঢ়া ভায়েক দুজনীৰ পৰীক্ষাৰ কাৰণে যি অলপ পাৰো দেখুৱাই দিব লাগে বুলি তাৰ মূল্য হিচাবে টকা যি বিচাৰো তাকে দিব। মই একো নকৈ পঢ়াবলৈ ললো। টকা-পইচাৰ কথা এবে আলোচনা কৰা নাছিলো। পৰীক্ষা হ'ল, সিহঁতে পাচ কৰিলে কিন্তু মই সিহঁতক পঢ়োৱাৰ পৰা অব্যাহতি নেপালো। আফ্চৰে কৈছিল—সিহঁতক পঢ়াই শুনাই জনা বুজা কৰি লব নোৱাৰিলে মস্কিল হব। সিহঁতৰ কাৰণে কষ্ট কৰিবলৈ আল্লাই মোৰ গাত শক্তি দিছে। এৰা, আফ্চৰৰ দৃঢ়তা আছিল। সেই দৃঢ়তাৰ কাৰণেই তেখেতে কম উপাৰ্জ্জনেৰে এটা শকত পৰিয়াল চলাইছিল। আফ্চৰে অকল নিজৰ নিমিত্তেই নহয় আনৰ কাৰণেও সংগ্ৰাম কৰিছিল। আফ্চৰৰ ঘৈণীয়েক চখিনাবিবিৰ কথা মনত পৰিলে আজি হয়তো তোমাক মই বহুত কথাই কব লাগিব। মুঠতে কওঁ, তেওঁ মোক শ্ৰদ্ধা আৰু মৰম কৰিছিল। তাৰ বাদেও তেওঁৰ ঘৰুৱা কথা, অভাৱ অনাটন আদি একোকে মোৰ আগত গোপন নকৰিছিল। তেওঁলোকৰ সুখ-দুখৰ মাজতেই এদিন ৰাতি নগৰৰ বজাৰখন অগ্নিদাহ হ'ল। সেই অগ্নিদাহত আফ্চৰ দৰ্জ্জিৰ মনোহাৰী মালৰ দোকানখনো পুৰি শেষ হ'ল। তেতিয়া সেই শকত পৰিয়ালটো চলোৱা আফ্চৰটোৰ



মনৰ ভাৱ ভঙ্গিবোৰ দুৰ্ব্বল হৈ পৰিল। আনকি তেওঁৰ পৰিবাৰ চখিনাবিবিৰ হাতৰ কাণৰ দুই এপদ বেচিও চলিব লগা হৈছিল। এইবোৰ মোৰ চকুৰ আগত ঘটা ঘটনা। তেওঁলোকৰ দুখৰ কাৰণেই ময়ো অন্তত টিউচন কৰি যি পাইছিলো তাৰে কিছু নহয় কিছু সিহঁতক দি সহায় কৰিছিলো। দুখীয়া হৈ জন্মগ্ৰহণ কৰিলো যেতিয়া দুখীয়াৰ দুখ দেখিলে মনটো ভাল নালাগে। মোৰ পৰা সহায় লবলৈ ইচ্ছা নাথাকিলেও তেওঁলোকৰ দৰিদ্ৰতাই বাধ্য কৰাইছিল লবলৈ। ময়ো তেওঁলোকক পৰ বুলি নেভাবিছিলো। তেওঁলোকক সহায় কৰিবলৈ মোক মামীয়ে কৈছিল। কৈছিল এইকাৰণেই সিহঁতৰ ইন্কাম নাই। মোৰ মামীৰ ইন্কাম আছিল। ইন্কাম মানে অফিচৰ কেৰাণী মহৰী কৰি নহয়। হাতৰ চিলাই, এম্ব্ৰইডাৰি, উলৰ কাম ইত্যাদি। এই কামত মামীয়ে মাহেকত চল্লিছ পঞ্চাশ পৰ্য্যন্ত ইন্কাম কৰিছিল। তাৰেই মামী আৰু মোৰ দুজনী ভনীৰে চলি গৈছিল যেনে তেনে। মই চাৰিটা টিউচন কৰি সত্তৰ টকা পাওঁ মাহেকত তাৰেই আমাৰ পৰিয়ালটোৰ অলাগতিয়াল খৰচ কিছুমানো কৰিব পাৰিছিলো। মোৰ টিউচনৰ প্ৰায় ত্ৰিশটা টকাকেই তেওঁলোকক দিছিলো। দিছিলো কেৱল মামীৰ কাৰণেই। এৰা, মামীয়ে মোক এটা বেলেগ মানুহ কৰি তুলিবলৈ ইচ্ছা কৰিছিল। বুৰঞ্জীৰ ভাষাত কবলৈ গলে দয়ালু, দানী, প্ৰতিভাশালী ইত্যাদি। অৱশ্যে মই কেতিয়াও সিহঁতৰ ৰেজিমা

হঁতক পঢ়াবলৈ এবা নাই। তেতিয়া তাই এম, ই দিবৰ কাৰণে পঢ়িব লগা হৈছিল।

বছৰবোৰ পাৰহৈ যাবলৈ ধৰিলে। ৰেজিমাই এম, ই পাচ কৰি স্থানীয় ছোৱালী হাইস্কুলত পঢ়িছে। আফ্‌চৰ দৰ্জ্জিৰ প্ৰথমা কন্যা ৰেজিমা বেগম। তাই যৌৱন প্ৰান্তবৰ্ত্তিনী মোহলগা স্বাভাৱিক দেহটোৰে অজটিল ধৰণৰ চাপ-বগা ছোৱালীজনী। তেতিয়া মোৰ আৰু ৰেজিমাৰ মাজত থকা ভাতৃবৎ প্ৰেমটোৱে সময়ৰ চাপত পৰি বুকুৰ আন্তৰিকতালৈ সাজি কাচি পৰিবৰ্ত্তন হৈছিল, পৰিবৰ্ত্তন হৈছিল প্ৰণয়াসক্ত প্ৰেমিক প্ৰেমিকাৰ শ্ৰেণীলৈ ······। ময়ো ভুল কৰিবলৈ সক্ষম হৈ পৰিছিলো অতি সহজে। সকলৰে পৰা একে মৰমৰ তানত গঢ়ি উঠা ৰেজিমা ভন্টিজনী আজি যৌৱনৰ মাদকতা ভৰা ওমৰৰ চাকিৰ দৰে মোৰো 'জিমা'লৈ ৰূপান্তৰিত হৈ পৰিল অবাধে। বাধা হয়তো নাছিল মোৰ আৰু জিমাৰ মাজত। নেথাকিবই। আফ্‌চৰ দৰ্জ্জি আৰু চখিনাবিবিয়ে মোক শ্ৰদ্ধা আৰু মৰম কৰে। সিহঁতৰ ধাৰণাত মই সিহঁতৰ অন্নদাতা। গতিকেই ৰেজিমা আৰু মোৰ মাজত হোৱা কথালৈ কাণ নিদিছিল সিহঁতৰ কোনোৱে। ৰাতি দিন প্ৰভেদ নাছিল মোৰ আৰু ৰেজিমাৰ মাজত। তেতিয়া চখিনাবিবিৰ আৰু তিনিটা কন্যা সন্তান জন্ম হৈছিল বছৰবোৰ পাৰ হোৱাৰ লগে লগে। ৰেজিমা, চফিয়া, মেৰী, জাহানাৰা, বিউটি, ৰু'মি মোচাদ আৰু ৰচিদ আছিল চখিনাবিবিৰ সন্তান। সিহঁতৰ



ভিতৰত ৰেজিমাই আছিল ডাঙৰ। এতিয়া ৰেজিমাৰ কথা কওঁ। ৰেজিমাৰ কথা আৰু বহুত আছে। তাই মুকলি-মুৰীয়াকৈ কথা পাতে; বয়সৰ লগে লগেই ৰেজিমাৰ কথা-বিলাকৰ জটিলতা বাঢ়ে, মোৰো। ময়ো ৰেজিমাৰ কথা আজি কালিকৈ অলপ বেছি ধৰণৰে ভাবিবলৈ ধৰিলো। মুঠতে কওঁ— আমি দুয়ো আগবাঢ়িছিলো অপ্ৰত্যাশিতে। আৰু কি বেছি কম ৰেজিমাৰ কথা। শুনা, এবাৰ তাইৰ টাইফয়েড হৈ ভাল হৈছিল। মই আহি দেখিছিলো তাইৰ শেঁতা পৰা ক্ষীণ-মুখখন। সোধোতে মাক চখিনাবিবিয়েই কৈছিল— তুমি যোৱাৰ পিচতেই তাইৰ টাইফয়েড হৈছিল। এতিয়া ভাল হৈছে। এবা, ভগৱানেহে ৰেজিমাক ৰচালে। তিৰোতা মানুহবোৰ বৰ সাৱধান এই ক্ষেত্ৰত। মই থকা হলে······। এতিয়া তাই 'জুনিয়ৰ মিছট্ৰেস ট্ৰেনিং' পাচ কৰি এল্‌ পি স্কুলত কাম কৰে। মোৰ অহাযোৱাটো এতিয়াও চলি আছে ওৱাহেড্‌!

আজি প্ৰায় ছমাহমানৰ আগতে ৰেজিমাৰ মাকে আফ্‌-চৰৰ অনুমতি লৈ মোৰ মামীক কৈছিল— বিয়াৰ কথা। মামীয়ে কি কলে নাজানো। মোক সিদিনা ৰেজিমাই কৈছিল সেই কথা। নাৰী-সুলভ ব্যৱহাৰ আৰু মোৰ ভাবি-পত্নী ভাব দেখুৱাই সিদিনা কৈছিল— "আৰু কেইটামান দিনৰ পাচত মই তোমাৰ কাষত থাকিম গৈ। তেতিয়া আৰু কাৰোবালৈ সন্দেহ কৰি লগ ধৰিব নালাগিব। মফিজা

খাতুনে আৰু জোকাবলৈ নাযাব ।” মই তাইৰ কথাবোৰ বুজিব টান পাইছিলো যদিও বুজিছিলো । তাৰ পাচত মামীয়ে এদিন আমাৰ ঘৰত সিহঁতৰ ঘৰৰ কথা উলিয়াইছিল । ত মাজতে ৰেজিমাৰ কথাও ওলাইছিল । সেইদিনাৰ পৰ মোৰ ভনী জ্যানেতে মোক বৰকৈ জোকোৱা হৈছে ...... জোহানৰ কথাৰ মাজতে মই সুধিছিলো । সুধিছিলো ৰেজি মাক বিয়া কৰাবনে নকৰায় বুলি । কৈছিল— ৰেজিমা কিজানি সি বিয়া কৰাব লাগিব বুলি । মুছলমান হলে সি ৰেজিমাক বিয়া কৰাব । কাৰণ, তাৰ মামীয়েক ক বেলেগ ধৰণৰ মানুহ । জাতিভেদ, ধৰ্ম্মভেদ নেমানে, মানে কেৱল অন্তৰৰ মৰম, পবিত্ৰ অন্তৰ আৰু চাফ-চিকুনতা এয়েই হেনো তাৰ মামীয়েকৰ লক্ষ্য । আৰু মামীয়েকে হেনো কয় ভনীয়েক জ্যানেতৰ আগত, “বেচাৰী চখিনাবিবি-জনীক সহায় কৰিব লাগিব । বৰ ভাল হব সহায় কৰি পাৰিলে । ছজনী ছোৱালীৰে সৈতে তাইৰ দুখ-দুৰ্গতি নোহোৱা হব ।” জ্যানেতে ককায়েক জোহানক কৈছে মামীয়েকে কোৱা কথা ।

আকৌ জোহানে কৈছিল মোৰ আগত । কৈছিল—

: ৰেজিমাক বিয়া দিলেও মাক চখিনাবিবিয়ে মনত শান্তি নেপাব । কাৰণ আৰু পাচজনী ছোৱালীৰ চৰিত্ৰৰ প্ৰতি লক্ষ্য ৰাখি ডাঙৰ দীঘল কৰি একোঘৰলৈ উলিয়াই দিব লাগিব । এইবোৰ ভাবি হয়তো চখিনাবিবি হতাশ হৈ গৈছে । জন্ম



হোৱা সন্তানৰ প্ৰতি তেওঁৰ ঘৃণা উপজে । এতিয়া তেখেতৰ দেহ ভাগি পৰিছে— আজি তিনদিন হ'ল আৰু এজনী ছোৱালী জন্ম হৈছে ।

মই জোহানৰ কথা শুনি মাত্ৰ কৈছিলো আৰু এজনী বুলি ! কোৱাৰ কথাই । এই যুগত জন্মৰ নিয়ন্ত্ৰণ লাগে । জন্ম-নিয়ন্ত্ৰণ আজিৰ যুগৰ সভ্য সমাজৰ মেৰুদণ্ড । শাৰীৰিক, মানসিক চিন্তাৰ পৰা বিৰত থাকিব পাৰি জন্ম-নিয়ন্ত্ৰণ কৰিলে । এই সময়ত জন্ম-নিয়ন্ত্ৰণ অপৰিহাৰ্য্য । আফ্চৰ আৰু চখিনাই ভুল কৰিছে বুলি জোহানৰ আগত কৈছিলো । মোৰ কথাৰ উত্তৰত জোহানে কৈছিল—

: এই বিষয়ে চখিনাবিবিক নোকোৱাকৈ থকা নাই । কৈছিলো । কিন্তু, আফ্চৰে ভগবানলৈ ভয় কৰে । নিয়ন্ত্ৰণৰ কৃত্ৰিমতাবোৰলৈ ভয় কৰে, ডাক্তৰলৈ ভয় কৰে । এৰা, আফ্চৰে এইবিষয়ে চিন্তা কৰিছে । প'ৰহি সন্তানটো জন্ম দি সংজ্ঞা অহাৰ পাচত চখিনাবিবিয়ে কান্দি থকা কেচুৱাটোক মৰমৰ চকুৰে চোৱা নাছিল । কালি মই যাওঁতে কৈছিল—শুনিলে তুমি হয়তো আচৰিত হবা । মই তালৈ গৈছিলো । তেতিয়া কেচুৱাটোৱে কান্দি আছিল । মই তেখেতক কোলাত লবলৈ কোৱাত কি কৈছিল জানা ? কৈছিল—“তাই কান্দি কান্দি মৰি যাওক । তাত মোৰ কোনো ক্ষতি নাই । বৰং আনন্দহে পাম । যদি নমৰে ছেন্তে কাৰোবাক দি দিম” ।

জোহানৰ কথা শুনি মই আচৰিত হৈয়ে পৰিছিলো ।

আৰু চখিনাবিবিক সোধাৰ দৰে সুধিছিলো কিয় দিব বুলি । তেতিয়া জোহানে পুনৰ কলে—

: তেখেতে কলে—"কাৰণ তাইক মোৰ বুকুৰ গাখীৰ খুৱালেই তাইৰ প্ৰতি মোৰ মৰম জন্মিব । তেতিয়া তাইক আৰু আনক দিয়া নহবও পাৰে । ৰাখিলেও আপদ । ঘৰততো তাইক ৰাখিব নোৱাৰি সেইটো ঠিক ।" কথা কৈ কৈ মাত্ৰ চখিনাবিবিয়ে চকুলো টুকিছিল । আৰু ৰেজিমাৰ বাপেকৰ কথা কৈ কৈ দুখ কৰিছিল। আজি দুদিন হ'ল সন্তানটো জন্ম হোৱা । কালিলৈ কোনোবা এগৰাকী চিৰ-বন্ধ্যাক দি দিব । তাৰ পাচত যি ব্যৱস্থা হয় কৰিব । চখিনাবিবিয়ে মোক কোৱাৰ আগতে ৰেজিমাই মোক কৈছিল বহুবাৰ মাক বাপেকৰ কথা । এৰা, ঘৰত গাভৰু ছোৱালী থাকিলে মাক বাপেকৰ কথাও আলোচনা কৰে— । জোহানৰ কথাবোৰ শুনি মোৰ কিবা-কিবি লাগি গৈছিল মনটোত । শেষত মই সুৰেজাৰ প্ৰয়োজন অনুভৱ কৰিছিলো জোহানৰ কথাত । এৰা, দাম্পত্য জীৱনৰ সুখৰ মাধুৰ্য্য জোহানে বুজে । সুৰেজাৰ কথা ভাবোতেই আৰু বহুত ভাবিবলগীয়া হৈছিল । জীৱনত হয়তো সুৰেজাৰ দৰে এজনী তিৰোতাৰ দংস্পৰ্শটো মোৰ দৰে পুৰুষ এজনৰ বেছি প্ৰয়োজন আছিল । জোহানে মোৰ প্ৰয়োজন অনুভৱ কৰে । সি মোৰ বন্ধু । তথাপিও সি প্ৰেমত পৰাতো ভুল বুলি স্বীকাৰ কৰিছে । কৰক । মই নকৰো । সিও স্বীকাৰ কৰাটো ভুল বুলি



স্বীকাৰ কৰিব লাগিব ৰেজিমাক বিয়া কৰাই । ৰেজিমাক জোহানে ভাল পায় । তাই জোহানে হাতেৰে সজা মূৰ্তি । নিজ হাতেৰে গঢ়া ৰেজিমাজনীক সি ভাল পায়ো অস্বীকাৰ কৰে প্ৰেমত পৰা ভুল বুলি । ৰেজিমায়ো জোহানক প্ৰথম দৃষ্টিত আবিষ্কাৰ কৰিছিল আৰু তাৰ বিনিময় দিছিল অন্তৰৰ ভালপোৱা আৰু আন্তৰিকতাৰে । কিন্তু, চফিয়া ? চফিয়াক হয়তো মোৰ সুৰেজাৰ ভনীয়েক চৰেজাৰ দৰে পখিলা-পাতলৈহে অতিথি শুশ্ৰূষা-কাৰিণী হবলৈ নিদিব জোহানে...... মাক চখিনাবিবিয়ে বা বাপেক আফ্‌চৰেও...... ।

আজি জোহানৰ কথা শুনি সি আগতে কোৱা সকলোবোৰ কথাই মনত পৰিল । জোহানে জীৱনত বহুত কষ্ট কৰি আহিছে । আজি সি তাৰে উদাহৰণ দি মোক বুজায় । মাকেও জোহানক প্ৰকৃত পুৰুষ ৰূপে গঢ়ি তুলিবলৈ চেষ্টা কৰিছে । মাকক জোহানে ভক্তি কৰে, শ্ৰদ্ধা কৰে । প্ৰকৃত বন্ধুৰ লগ পালে মাকৰ লগত চিনাকি কৰি দিছিল ।

বহুপৰ মোৰ সৰু কোঠাটোত জোহানক বহুৱাই লৈ কথা পাতিছিলো । সময়বোৰ পাৰহৈ গৈছিল আমাৰ দুয়োটাৰ কথাৰ মাজেদিয়েই । তেওঁ যোৱাৰ আগতে মোক মাত্ৰ কৈছিল চখিনাবিবিহঁতৰ ঘৰলৈ এদিন তেওঁৰ লগত যাবলৈ । এৰা, চখিনাবিবিৰ ঘৰলৈ যাম । চখিনাবিবি ন টা সন্তানৰ মাক । ন টা সন্তানৰ মাক চখিনাবিবি আৰু বাপেক আফ্‌চৰ দৰ্জ্জি ...... ।

জোহান মোৰ সৰু কোঠাটোৰ পৰা অলপ আগতে বিদায় লৈ গ'ল। তেওঁ কোৱা চখিনাবিবিৰ বুকুৰ মৰমখিনিৰ কথা মোৰ কাণত বাজি আছে। এবা, মাকৰ মৰম! কিন্তু, চখিনাবিবিৰ শেষৰ কন্যা সন্তানটিয়ে মাকৰ বুকুৰ মৰমৰ কুহুমীয়া ওম নাপালে ......।

—•](:)[•—

# বালিচন্দা

জোহানে আজি মোক ৰঞ্জিতাৰ কথা কলে। ৰঞ্জিতাক আগতে জোহানে পঢ়াইছিল। এতিয়া নহয়, আজি বহুত দিনৰ আগতে ৰঞ্জিতা স্থানীয় হাইস্কুলৰ পঞ্চমমান শ্ৰেণীত আছিল আৰু জোহানে পঢ়াইছিল। কিন্তু এতিয়া ৰঞ্জিতা তিনিটা সন্তানৰ মাক হৈছে। এই নগৰতে ৰঞ্জিতাৰ স্বামীৰ ঘৰ।

আজি আঠদিন মানৰ পৰা ৰঞ্জিতাৰ ঘৰলৈ অহাযোৱা কৰিছে জোহানে। আহাযোৱা কৰিছে কেৱল ৰঞ্জিতাৰ প্ৰথমা কন্যা মেঘালিক পঢ়াবৰ কাৰণে। ছবছৰীয়া মেঘালিজনীক জোহানে এ, বি আৰু ক, খ পঢ়ায়।

*  *  *  *

আজি পুৱা আঠ বজাৰ পৰা ৰাতি আঠ বজালৈকে 'ওৱৰ্কচপ'ত কাম কৰি ওলাই অহাৰ লগে লগেই এমহীয়াকৈ শুকাই থকা ধুলিয়ৰী নগৰখনক তিয়াই আহিল এজাক বৰষুণ। বৰষুণ অহাৰ কোনো উমান পোৱা নাছিলো প্ৰথমে। এবা, আকাশত বৰষুণৰ কোনো চিন নাছিল নেকি? থাকিলেও মোৰ জানিবৰ কোনো উপায় নাছিল। কাৰণ মটৰৰ ইঞ্জিনৰ তলত পৰি থাকি আৰু চলি থকা 'ডাইনামো'ৰ শব্দত মেঘৰ গাজনি কিম্বা বিজুলীৰ চক্‌মকনি মোৰ কাণত কিম্বা চকুত পৰা নাছিল। কৰ্ম্ম-ক্লান্ত 'ওৱৰ্কচপ'ৰ কৰ্ম্মীৰ মাজত থাকি

বিজুলী চেৰেকনিয়ে আগজাননী দি অহা ৰৰষুণজাকৰ খবৰ লব নোৱাৰাটো মোৰ দৰে শ্ৰমিক এজনৰ নতুন কথা নহয়। জোহানে হয়তো অনুভৱ কৰিব পাৰিব। কাৰণ তাৰ বিজুলী চেৰেকনি আৰু ধুমুহাৰ লগত একপ্ৰকাৰ প্ৰাণৰ সম্বন্ধ। বিজুলী চেৰেকনিয়ে তাৰ পুৰণা দিনৰ স্মৃতিবোৰ মনত পেলাই দিয়ে। আজিয়েই কৈছিল—এদিন চেৰেকনি এটা মাৰোতে আজি সাতবছৰৰ আগৰ এটা গধূলিত পঢ়াই থকা বঞ্জিতা জনীয়ে ভয়তে আশ্ৰয় লৈছিল জোহানৰ বহল বুকুখনৰ মাজত। আৰু এদিন দূৰৈত বজ্ৰপাত পৰাৰ শব্দ শুনি জোহান সোমাই পৰিছিল সাৰটি ধৰা চেতনা বৰুৱাৰ কোমল মাংসৰে গঠিত নিপোটল বাহু দুটাৰে হাত দুখনৰ মাজত। এইবোৰ আজি জোহানে কৈছিল মোৰ আগত।

*    *    *    *

আজি ৰাতিৰ আঠবজাতো বৰষুণেই অহা নাছিল; আহিছিল ধুমুহা, বিজুলী, চেৰেকনি। সেয়ে মই 'ওৱৰ্কচপ'ৰ পৰা ৰাহিৰলৈ ওলাই যাব নোৱাৰি চিগাৰেট এটা জ্বলাই মালিকৰ কাষতে ৰহিলো। প্ৰায় কুৰিমিনিটমান সময় ভাল ধুমুহা চলিছিল। 'ওৱৰ্কচপ'ৰ ঘড়িত তেতিয়া চাৰে আঠ বাজোতে ৰাহিৰত ধুমুহা একেবাৰেই নাছিল। অশান্ত নগৰখনক আৰু অশান্ত কৰি এতিয়া ৰাতিটোৰ কাৰণেই ৰোধহয় শান্ত কৰি ৰাখিব পুৰালৈকে।

জ্বলি থকা চিগাৰেটটোত শেষৰ হোঁপাটো মাৰি পেলাই ষ্টোতাপাতেৰে গচকি দি বন্ধ কৰা 'ওৱৰ্কচপ'ৰ সৰু দুৱাৰখনেদি ওলাই আহিলো ঘৰলৈ বুলি। ঘৰ মানে ভাড়ালৈ লোৱা কোঠাটো, মাহে পোন্ধৰ টকা। দিনৰ সাজ 'ওৱৰ্কচপ'ত খাওঁ। ৰাতিৰ সাজ খাওঁ হোটেলৰ পৰাই অনাই। ইমানেই।

মোৰ চিনাকি কোঠাটোৰ দুৱাৰ মুখত ঠিয়হৈ তলাটো খুলিৰলৈ ধৰোতেই পাচে পাচে আহি থকা জোহানে 'ওৱাহেদ' বুলি মাত দিলে। তাৰ মাতটো বুজি পাই মই মাত্ৰ আহ বুলি কৈ দুৱাৰ খুলি ভিতৰ সোমাই 'চুইছ'টো টিপি দিলো। পোহৰ হোৱা কোঠাটোত মই আৰু জোহান সোমাই পৰো। জোহান সোমায়েই মোৰ বিছনাতে বাগৰ দি তাৰ ভগৱানক সুঁৱৰিলে। ময়ো তাক বেছি কথা সুসুধি জিৰাবলৈ দি গা ধুবলৈ গলো। কামৰ পৰা আহি মই সদায়েই গা ধোওঁ। চাকৰিটোৰ কাৰণে মোৰ জাৰ-জহৰ বিচাৰ নাছিল। জোহান মোৰ বিছনাতে বাগৰ দিলে, মই গা ধুবলৈ গলো।

পোন্ধৰটকীয়া কোঠাটোৰ পাকঘৰ বাদ দি সকলো সুবিধাই আছিল। সকলো মানে—'বাথৰুম' পায়খানা আৰু তিনিঘৰীয়া দমকল এটা আছিল পানীৰ কাৰণে। ইমানখিনিৰ ওপৰতেই আছিল মোৰ মাহেকত পোন্ধৰ টকাত চলাৰ পৰা অধিকাৰ। তাৰ বাদে খাট, মেজ, চকি, আল্‌না আদি জোৰ কৰিয়েই আনিছিলো কোঠাৰ মালিকৰ পৰা।

কোঠাটোৰ বিষয়ে ওচৰ-চুবুৰীয়াই আলোচনা কৰে।

অন্য কাৰণত নহয়, আজি চাৰি মাহমানৰ আগতে হেনো কোনোবা এটা বঙালী পৰিয়াল এবছৰ থাকি গৈছিল। তেওঁলোক আছিল আৰু থাকিলেওহেঁতেন। পিচে কোঠা-টোৰ মালিকে সিহঁতক কোঠাটো খালি কৰি দিবলৈ কৈছিল অতি সোনকালে। মোক ভাবিৰামে তাৰ কাৰণটো কৈছিল। কৈছিল যে তাত থকা পৰিয়ালটোৰ গাভৰু ছোৱালী এজনীৰ টি, বি হৈছিল। মালিকে কথাটো জানিব পাৰি ঘৰ এৰি দিবলৈ কলে। অৱশ্যে সিহঁতে সেই ঘৰতে থাকি ছোৱালী-জনীক কোনোবা এটালৈ বিয়া দিহে এৰি দিছিল কোঠাটো। সিহঁতে এৰি দিয়াৰ পাচত চাৰিটা মাহলৈ কোনেও সোধাই নাছিল যে কোঠাটো ভাড়ালৈ দিব নেকি। সুসুধিবই টি, বি বেমাৰী থাকি যোৱা ঘৰ, তুলসীৰ পানী চতিয়ালেও তাৰ বীজ নমৰে। মোক ভাবিৰামে কৈছিল। ভাবিৰাম মোৰ কোঠাৰ কাষৰ চানা বেপাৰী বন্ধিয়াৰ লগত থাকে। সি 'চিনেমাহল'ত কাম কৰে। নগৰৰ 'লাইটপ'ষ্ট', মাৰোৱাৰী গুদামৰ টিনৰ বেৰাত, পুল, পকাদেৱাল আদিত চিনেমাৰ 'প'ষ্টাৰ' মাৰে। চিনেমাৰ জাননী দিয়া ঘোৰাবাগীখনত বজাই যোৱা বেণ্ডপাৰ্টিৰ সি 'চাইডড্ৰাম' বজায়। ৰাতি'থাৰ্ডক্লাচ গেট'ত টিকট ফালি দিয়া কাম কৰে। এই কাম কৰি সি মাহে পশিচ টকা পায়, আৰু বন্ধিয়াৰ চানা-বেপাৰতো তাৰ কিছু অংশ আছে। মুঠতে চানাৱালা বন্ধিয়া আৰু ভাবিৰাম একেলগে থাকে মোৰ কোঠাৰ কাষৰ তেলৰ টিনেৰে সজা সৰু জুপুৰী



ঘৰটোত। মই চানা কিনিবলৈ গৈছিলো এদিন সিহঁতৰ ঘৰলৈ। দুফালে দুখন বাঁহৰ চাং। মাজতে বন্ধিয়াৰ জীৱি-কাৰ কয়লাৰ চোকাটো। দুয়োখন চাঙত সিহঁতৰ বিছনা, আৰু তাৰ তলতে দুয়োকাষে সিহঁতৰ বাচন-বৰ্ত্তনবোৰ। বেৰত চিনেমাৰ নানান 'প'ষ্টাৰ'ৰে ভৰি আছে। কয়লাৰ ধোৱাঁত 'প'ষ্টাৰ'ত থকা নায়ক নায়িকাৰ বুঢ়া হৈ যোৱা বয়-সটো অনুমান কৰি ভাল লাগে। এদিন তাক মই সুধিছিলো ধোৱাঁলগা ছবিবোৰ কিয় ৰাখিছ বুলি। সি কৈছিল, "নতুন পষ্টাৰ লগাবলৈ সময়েই নাই ককাইটি! নতুন পষ্টাৰ আনি বিছনাৰ তলত পেলাই থওঁতে থওঁতে এজাপ হৈ পৰিছে। সময় পালেই নতুনকৈ লগাই দিম। নাগিছৰ ফটো থকা প'ষ্টাৰ এই মাহত ঢেৰ আহিছে। আৰু ঢেৰ আহিব নহয়। লাগে যদি লৈ যাব দুই চাৰিখন। নয়েতো হলৰ চব পষ্টাৰ গোটেই টাউনতে লগাওঁ। জুল্ফিহঁতকো সপ্তাহত দুই চাৰি-খন দিব লাগে নিম্মি, দিলীপকুমাৰ আদিৰ ছবি। সিহঁতে বৰ ভাল পায়। আপোনাক লাগিলে লৈ যাব।" মই তাৰ কথা শুনি হাঁহিছিলো মাত্ৰ। এৰা, ডজুৰা মানুহে তিৰোতাৰ ছবি থকা যি কোনো কাগজকে শ্ৰদ্ধা কৰে। ময়ো কৰি-ছিলো অৱশ্যে। কিন্তু এতিয়া নহয়, সুৰেজা থাকোতেহে। কাৰণ সুৰেজাইও ভাল পাইছিল জুল্ফিহঁতৰ দৰে চিত্ৰতাৰকাৰ ছবি। তাই থকাহলে নিলোহেঁতেন। এতিয়া কেলেই ? তথাপিও মধুবালাৰ পাগুৰি মৰা ছবিখন আছে মোৰ তাত।

মাজে মাজে দেওবাৰবোৰ আহে মাহটোৰ ভিতৰত। মই জিৰণি লওঁ দেওবাৰে ; কিন্তু, ভাবিৰামৰ জিৰণি নাই। কাৰণ দেওবাৰে 'মৰ্ণিং শ্ব' দুটাবজাৰ পৰা 'মেটিনি শ্ব' আৰু আবেলি পাঁচ বজাৰ পৰা ৰাতি বাৰবজালৈকে আছেই। তাতে সি ব্যস্ত থাকে। আজৰি থকা সময়খিনিত সি কেতিয়াবা জুল্‌-ফিক চিনেমা দেখুৱাবলৈ নিয়ে। চৌতে খৰ মাৰি বেও বজাই চিনেমাৰ জাননী দি অহা ঘোৰা-বাগীখন অলপ পৰ পদুলিত ৰখাই হলেও সি ভাত কেইটা কাণে নাকে গুজি লয়হি। এয়ে তাৰ শ্ৰমিক জীৱন। কেতিয়াবা সময় পালে সি মোক জুল্‌ফিৰ কথা কয়। সি জুল্‌ফিৰ প্ৰেমত পৰিছে। এৰা, জুল্‌ফিৰ দৰে এজনী গাভৰুও ভাবিৰামৰ দৰে ডেকা এজনৰ কাৰণে আছে! ফৰিংটোলৈকো ঘাঁহ এডাল, কণাটোলৈকো কাণী এজনী আছেই। কিন্তু, মোৰ কাৰণে দুৰৈজা এতিয়া নাই···। জুল্‌ফিয়েও তাক ভাল পায়। তাইৰ চুলি মেলি তোলা ফটো এখন আৰু পুৰণা ব্লাউজ এটা ভাবিৰামে মোক দেখুৱাইছিল। সিহঁতে চিঠিও দিয়া দি কৰে। তাইৰ আখৰবোৰ ভাল নহয়; 'প্ৰেম' 'ভালপোৱা' 'ভালপাওঁ' 'জান' আদি শব্দ ব্যৱহাৰ কৰি তাই তাক ভাল পোৱা কথাখিনি প্ৰকাশ কৰিব পৰাকৈ চিঠি লিখিব পাৰে। ভাবিৰামে জুল্‌ফিৰ চিঠিবোৰ বানান কৰিহে পঢ়ে। দুখনমান চিঠিৰ উত্তৰ সি মোৰ পৰা লিখাই নিছে। সেই ভাবিৰামেই মোক কোঠাটোৰ কথা কৈছিল। তাত যি বেমাৰীয়েই নাথাকক মই কিন্তু এতিয়া



কোঠাটো এৰি নিদিওঁ। মানুহৰ মৃত্যু ইমান সহজ নহয়। কিন্তু জীয়াই থকাটোও ইমান সহজ নহয়। মৰিব লগা হোৱা হলে মই বহুত দিনৰ আগতেই মৰি 'ফচিল' হৈ গলোহেঁতেন। কিমান যে দুৰ্ঘটনাৰ মাজেদিও জীয়াই আছো! আনে নুবুজে নহয়! বুজো মইহে!

জোহানক বহিবলৈ দি মই গা-ধোওঁ বুলি 'বাথৰুম'ত সোমালো। 'বাথৰুম'ত লাইট নাই। মেচটোৰ কাঠি এডাল মাৰি মমডাল জ্বলালো। মমৰ পোহৰত টিং দুটাৰ পানী চালো। আছে। কাঞ্চীজনীক মাহে দহটকাকৈ পানী দিয়া ঘৰ সৰা আদি কামৰ কাৰণে বন্দবস্ত কৰি লৈছো। আজি দেৰমাহে তাই কামত অকণো হীন-ডেৰি কৰা নাই। ৰাতিৰ ভাত সাজ তায়ে হোটেলৰ পৰা আনি দিয়ে। দিনত মালিকৰ 'ওৱকচপ'তে খাওঁ। তাই ৰাতিৰ কাৰণে ভাত আনি মই নহালৈকে বাট চাই থাকে। বৰ বিশ্বাসী কাঞ্চীজনী। মোৰ কোঠাৰ চাবি এটা তাইৰ হাততো থাকে। তাই চিগাৰেট হোঁপে। অইন কাঞ্চীৰ দৰে তাই বিড়ি নোহোঁপে। তাৰ কাৰণে মই মাহটোত দুটামান টকা তাইক বেচিকৈ দিওঁ। তাই বাবুৰ বক্‌চিচ্‌ বুলি লয়। দেওবাৰে তাই মোৰ তাত গোটেই দিনটো কাম কৰেহি। কাম আৰু কি! কোঠাটো চাফা কৰা, জোতাত ৰং দিয়া, গেঞ্জি গামোচা আদি ধুই বিছনাখন পৰিপাটিকৈ দিয়া। ইমানেই। সেইদিনা তাই কামলৈ আহিলে তাইৰ লৰাটো লগত লৈ আহে। তাইৰ

দাজুৰ লগত বিয়া হোৱাৰে পৰা মাত্ৰ এটা সন্তানৰ মাক হৈছে। তাৰ পাচত আজি চাৰিবছৰেও তাইৰ কোনো সন্তান হোৱা নাই। তাই কাক-বন্ধ্যা। মৰম লাগে তাইৰ লৰাটো দেখি। তাই কাম কৰে; লৰাটোৱে মোৰ লগত খেমালি কৰি থাকে। লৰাটো তাই বেচ ধুনীয়াকৈ সজাই ৰাখে। তায়ো চাফা, বেচাৰীজনী! তাইৰ গিৰিয়েক দাজুৱে নটৰ অফিচত চকিদাৰ কাম কৰে। সিও আহে মাজে মাজে মোৰ তালৈ।

তাই কাম কৰাৰ বাবদ মোৰ পৰা মাথোন দহটকাকে নিনিয়ে; নিয়ে প্ৰায় চল্লিশ পঞ্চাশ টকামান। কাৰণ মই মদ খাওঁ। তাই মদ আনি দিয়ে সপ্তাহত প্ৰায় দুই তিনি বটল। তাই ঘৰতে মদ তৈয়াৰ কৰে। 'ৰক্সি' তাই নিজ হাতেই তৈয়াৰ কৰে ঘৰতে। ৰক্সি মানে মদ। মাহেকত তাইৰ যিখিনি পাওনা থাকে, দি দিওঁ। বাকী নাৰাখোঁ। এই মাহত কিমান দিব লাগে তাইহে জানে। কাৰণ আজি কেইদিনমানৰ আগতে মোৰ পানী-লগা অসুখ হৈছিল। মোৰ অসুখৰ বাবে তাই গিৰিয়েক দাজুৰ অনুমতি লৈ মোৰ তাত অসুখ ভাল নোহোৱালৈকে শুশ্ৰূষাত দিনে ৰাতিয়ে ব্যস্ত আছিল। লগত আছিল লৰাটো। মোৰ অসুখত তাই নথকাহলেও হ'লহেঁতেন। কাৰণ সুৰেজাৰ মৃত্যুৰ পাচত মোৰ অকলশৰীয়া অৱস্থাত কেইবাবাৰো অসুখ হৈ গৈছে। তেতিয়া তাইৰ দৰে কোনো কাঞ্চী অহা নাছিল মোৰ ওচৰলৈ। ময়ো কম সময়ৰ ভিতৰতে আৰোগ্য হৈ উঠিছিলো। অৱশ্যে



সুৰেজাৰ দৰে নহলেও আন এজনী পৰিণীতা তিৰোতা বা কোনোবা এজনী গাভৰুৰ সান্নিধ্যটো অনুভৱ কৰিছিলো সেই অসুখৰ ভিতৰতো। কাৰণ, পুৰুষৰ শাৰীৰিক অসুখত মানসিক অসুস্থতাও বাঢ়ে। সেয়ে দুয়োটাকে আৰোগ্য পথলৈ অনাত সহায় কৰে মাত্ৰ, ভনীৰ দৰে এজনী তিৰোতা বা তাৰ অবিহনে পুৰুষ-প্ৰয়োজন এগৰাকী নাৰীৰ সান্নিধ্যই; এয়া মোৰ ধাৰণা। মোৰ জীৱনত সুৰেজা নাৰীজনীৰ সান্নিধ্যলৈ আহি মই জীৱন-মৰুৰ মৰুদ্যান বিচাৰি পাইছিলো। সুৰেজাৰ সান্নিধ্যলৈ অহাৰ আগতে নাৰীৰ স্পৰ্শ বিচাৰিছিলো কিবা এটা পোৱা নোপোৱাৰ সন্ধানত। এতিয়া পাই হেৰুওৱা বেদনাই জীৱনটোক ধ্বংসৰ ফালে আগুৱাই নিছে। সুৰেজা নাই··· কাঞ্চী আছে। কাঞ্চীৰ জীৱনত তাইৰ স্বামী দাজু হয়তো তাইৰ সতীত্বৰ উপলক্ষ্য। মই ভাবো তাইৰ জীৱনৰ মাধুৰ্য্য কেৱল তাইৰ স্বামী দাজুৰ পৰিধিতে আৱদ্ধ থকা নাই। ই বিস্তাৰিত হৈছে মোৰ দৰে আশ্ৰয় দি কাম কৰোৱা 'বাবু' বোৰৰ মাজতো·····। এৰা, এটা সন্তানৰ মাক-চাল-বগা কোমল সুন্দৰী কাঞ্চীজনী কাক-বন্ধ্যা। তাই গিৰিয়েক দাজুৰ অনুমতি লৈ মোৰ দৰে বাবুবোৰৰ তাত দহ পোন্ধৰ টকাত কাম কৰে।

গোটেই গাতে চাবোন ঘঁহি কাঞ্চীয়ে আনি দিয়া ভোলৰ জীমৰে গা ঘঁহিছো। দিনত মাটিয়ে বালিয়ে লেতেৰা হৈ থকা গাটো ভালকৈ নুধুলে ৰাতি টোপনি নাহে। আগতে

কেইবাদিনো গা মুধুৰাকৈ শুই সুখৰ ৰাতিটো পাৰে কটাইছো। দিনত অক্লান্ত পৰিশ্ৰম কৰি ৰাতি অলপ আৰাম নকৰিলে দেহাটোৰ ওপৰত অত্যাচাৰ কৰা হয়। পৰিশ্ৰম মোৰ জীৱনৰ লগৰীয়া। আমাৰ দৰে গৰীবৰ সুখ আকাশৰ চন্দ্ৰৰ দৰে। মোৰ জীৱনত সুখৰ লগত মিলন নহ'ল। আৰু নহবও। দুখ-বেদনাৰ আঁহ যাৰ প্ৰতি ৰন্ধ্ৰে সোমাই আছে, তাৰ আকৌ সুখ ...... ! মোৰ লগত জোহান, দাজু, কাঞ্চী, ৰঙ্কিয়া আৰু ভাবিৰামৰ কোনো প্ৰভেদ নেদেখো। সিহঁতে দুখ কৰি এমুঠি খায়; আৰু ময়ো।

গা ধুই কাপোৰ পিন্ধি উঠি চিগাৰেট এটা জ্বলাই বিছনাত বাগৰ দি থকা জোহানৰ কাষতে বহিলোগৈ। তালৈ আগ-বঢ়াই দিয়া চিগাৰেটটো জ্বলাই ভৰিৰ পৰা চেণ্ডেলজোৰ খুলি জোহান বিছনাখনতে বহিল। জেপৰ পৰা দুপাহ তগৰফুল উলিয়াই এবাৰ সুঙিলে মোৰ দৃষ্টিৰ কৌতুহল বঢ়াই। সি কোৱাৰ আগতেই মই কওঁ বুলি ভাবিছিলো, কোনে দিলে বুলি। কিন্তু সিয়েই কলে—

: আজি ৰঞ্জিতাই মোলৈ আৰু ভনীজনীলৈ দুপাহ তগৰ ফুল উপহাৰ দিছে। এইয়া হেনো তেওঁলোকৰ ঘৰৰ ফুল-জোপাৰ প্ৰথম ফুলা ফুল দুপাহেই।

মই সুধিলো, "কোন ৰঞ্জিতা ?" সি উশাহ এটা সলাই কলে—

: মেঘালিৰ মাক ৰঞ্জিতা মেধি। আগতে ৰঞ্জিতা চৌধুৰী



আছিল।

: মই চিনি নেপাওঁ, ভাই! ইচ্ছা হলে আগ-গুৰি মাৰি চিনাকি কৰি দিব পাৰ। তোৰ চিনাকি যেতিয়া মোৰ অচিনাকি হৈ থকাটো মই পচন্দ নকৰো।

: অৱশ্যে তোক চিনাকি কৰি দিয়াতো মোৰ কৰ্ত্তব্য; কিন্তু ৰঞ্জিতাৰ ক্ষেত্ৰত তই মোক ক্ষমা কৰিব লাগিব।

: ক্ষমা ....... ?

: ওঁ, তই মোক ক্ষমা কৰিব লাগিব। ৰেজিমা বা চখিনাবিবিক চিনাকি কৰি দিয়াৰ দৰে ৰঞ্জিতাক চিনাকি কৰি দিব নোৱাৰিম। কাৰণ, ৰঞ্জিতা এতিয়া মেঘালি, ফুলুমণি-হঁতৰ মাক আৰু নগৰৰ স্বনামখ্যাত বেপাৰী পৱিত্ৰ মেধিৰ চেনেহি পত্নী ....... ।

: সিহঁতৰ দৰে চিনাকি নহলেও তই মোৰ আগত তাইৰ কথাবোৰ লুকুৱাই ৰখাটো উচিত বুলি ভাব নেকি ? অন্তত: তাইৰ বিষয়ে কিছু কথা জনাটো মই উচিত বুলি ভাবো। কাৰণ যি গৰাকী তিৰোতাই মোৰ বন্ধু এজনক নতুনকৈ ফুলা ফুল মৰম আৰু শ্ৰদ্ধাৰে উপহাৰ দিব পাৰে তেনে এজনী বান্ধবীৰ কাহিনী শুনিবলৈ ইচ্ছা জন্মাটো স্বাভাৱিক, জোহান।

: কম, ৰঞ্জিতাৰ বিষয়ে সকলো কম। কিন্তু যিখিনি কম, সেইখিনিয়েই মোৰ প্ৰথম অভিজ্ঞতা বুলি জানিবি। শুনি তই হয়তো কবি, গৃহশিক্ষকৰ মুখা পিন্ধি চৰিত্ৰত কলঙ্ক সানিছোঁ। কিন্তু, কি কৰিবি ভাই! সময় আৰু

চঞ্চল মনৰ ভাব-প্ৰৱণতাই মানুহক কেতিয়া কি অৱস্থাত উপনীত কৰায় কব নোৱাৰি। আজি সেয়ে এই ফুল দুপাহ আৰু গন্ধ্যাৰ ধুমুহাই মোক মোৰ বিগত জীৱনৰ স্মৃতি-ৰাজ্যলৈ টানি নিছে। ............ আজি সাতবছৰৰ আগতেও মই ৰঞ্জিতাৰ পৰা ফুল-উপহাৰ পাইছিলো। তেতিয়া মই তাইৰ গৃহশিক্ষক আছিলো। তিনিটা বছৰ ৰঞ্জিতাক পঢ়াইছিলো। তেতিয়া ৰঞ্জিতা তেৰ বছৰীয়া আছিল। বয়সত সৰু হলেও ৰঞ্জিতাৰ ভাব-প্ৰণতা আৰু চেতনা-শক্তি তীক্ষ্ণ আছিল। "প্ৰেম" বোলা শব্দটোৰ অৰ্থ তাই প্ৰাণে প্ৰাণে উপলব্ধি কৰিব পাৰিছিল। তাইৰ প্ৰতি অঙ্গ-প্ৰত্যঙ্গই তাইৰ যৌৱনৰ মাদকতা ফুটাই তুলিছিল। তেৰবছৰীয়া ৰঞ্জিতাজনাক পঢ়াবলৈ লোৱাৰ প্ৰায় ছমাহৰ পিচতে এদিন তাইৰ কিতাপৰ মাজত প্ৰেম-ৰস-পূৰ্ণ এখনি চিঠি পাইছিলো। কোনোবা এজন কলেজীয়া দাদাকে স্কুলৰ চতুৰ্থমানত পঢ়া তেৰবছৰীয়া ৰঞ্জিতালৈ লিখিছিল। কোমল বয়সীয়া ৰঞ্জিতাজনীলৈ পঠোৱা ইমান প্ৰেম-পূৰ্ণ চিঠি পাই আচৰিত হোৱা নাছিলো। তাই গুপ্ত প্ৰেম-প্ৰণয় লুকাই ৰাখিব নোৱাৰি মোৰ আগত সকলোবোৰ স্বীকাৰ কৰিছিল আৰু সেই পথে আগ নাবাঢ়িব বুলি মোক দ্বিধাহীনভাৱে প্ৰতিশ্ৰুতি দিছিল। তাৰ চিন স্বৰূপে শ্ৰীৰামপুৰীয়া কাগজত প'ষ্টাৰ লিখাৰ দৰে প্ৰেম প্ৰত্যাখ্যান কৰা চিঠিখন লিখি চেনেহৰ দাদালৈ বুলি বৰ যত্নেৰে গেণ্ডাফুল, গোলাপফুলৰ মৰহা পাপৰিৰে কিতাপৰ মাজত সুমুৱাই



প্ৰেমিকজনৰ হাতত অৰ্পণ কৰিছিল পিচদিনা স্কুললৈ যাওঁতে। তাৰ কাৰণেই ৰঞ্জিতাৰ দাদাজন বেচ কিছুদিনৰ কাৰণে 'দীৱানা' হৈ পৰিছিল। কিন্তু চেনেহৰ দাদাকৰ পৰা আঁতৰি অকাৰ পিচতো ৰঞ্জিতাৰ চৰিত্ৰৰ কোনো পৰিবৰ্ত্তন নেদেখিলো। এয়ে আছিল ৰঞ্জিতাৰ প্ৰথম প্ৰেম। জীৱনৰ এবাৰ কৰা ভুলৰ সংশোধন কৰিব নোৱাৰাৰ দৰে ৰঞ্জিতাইও 'দাদা'হীন জীৱনটো অসাৰ্থক আৰু অনৰ্থক বুলি ভাবিছিল। বয়স বাঢ়ি অহাৰ লগে লগেই ৰঞ্জিতাইও দাদাকৰ বন্ধু কোনোবা এজন 'দাদা'কৰ অভাৱটো অনুভৱ কৰিছিল বাৰুকৈয়ে—

: আপোনাক দাদা হিচাপে পোৱাতকৈ, মই ইচ্ছা কৰো, মোৰ দাদাৰ বন্ধু হিচাপে পাবলৈহে।:

দিনবোৰ পাৰহৈ গৈছিল ; ৰঞ্জিতাৰ আটিল দেহ যৌৱন-বসন্তৰ সৌন্দৰ্য্য-সুষমাৰে অপুৰ্ব্ব হৈ পৰিছিল। তাৰ লগে লগে, দিনে দিনে, মই নজনাকৈয়ে, মোৰ অন্তৰ মৌ-কোঁহৰ মৰম আৰু ভালপোৱাবোৰ কণ কণকৈ ৰঞ্জিতাই উজাৰ কৰি নিছিল।

এদিন। এৰা, এদিন তাই মোৰ চকুৰ আগত ধৰা পৰিল........তেতিয়া গধুলি সাতোটা বাজিছিল। ৰঞ্জিতাক পঢ়াই থাকোতেই আকাশত ডাৱৰ জমি আহিছিল ; তাৰ পাচত ভীষণ ধুমুহা........বিজুলী আৰু মেঘৰ কৰ্কশ কাণ-ফটা ঢেৰেকনি ; বাহিৰৰ ভীষণ বতাহ ধুমুহাত মই বুজিছিলো ৰঞ্জিতাৰ অন্তৰত উঠা ধুমুহাৰ কথা........।

বুজিছিলো—দেখিছিলো—শুকাই যোৱা অসাধাৰণ পাতল ৰঙচুৱা ওঁঠদুটা জিভাৰে তিঁয়াই লৈ সেপ গিলিছিল………। ধুমুহাত অহা ঢেৰেকনিলৈ ৰঞ্জিতাই ভয় কৰিছিল নে নাই নাজানো। কিন্তু, এটা ভীষণ ঢেৰেকনিৰ সুবিধা লৈয়েই ৰঞ্জিতা সোমাই পৰিছিল এই জোহানৰ বুকুত। তেতিয়া ৰঞ্জিতাৰ মনৰ গতি ধুমুহাৰ গতিতকৈ কোনোগুণে কম নাছিল। ভাবিছিলো, ৰঞ্জিতাৰ দৰে এজনী কেঁচা গাভৰুৰ কোনো কল্পিত দুৰ্য্যোগৰ আঁৰ লৈ অন্তৰ-প্ৰসূত অভাৱবোৰ পুৰণ কৰি লোৱাৰ প্ৰয়াস মাথোন স্বাভাৱিকেই নহয়, বয়সোচিত। প্ৰকৃততে চেতনা বৰুৱাৰ লগত ৰঞ্জিতাৰ বিশেষ পাৰ্থক্য নাছিল ওৱাহেদ! * * * বাস্তৱিকেই ৰঞ্জিতাক ভাল পাই জীৱনত বৰ ভুলেই কৰিছিলো। গুৰু শিষ্যৰ পাৰ্থক্য নুবুজি মই কৰি পেলাইছিলো এক মহাভুল। মুয়ো ভাল পায়েই তাইৰ প্ৰয়োজন মতেই মৰম আৰু ভালপোৱা অকপটে যাচিছিলো। কিন্তু, তাতে তাই সন্তুষ্ট নাথাকি বিচাৰিছিল মোৰ সৰ্ব্বস্ব। মোৰ সকলো তাই নিঃশেষ কৰি নিছিল। তাৰ পাচত ৰঞ্জিতা গ'ল। তাইক বিয়া দিলে অতি কম বয়সতে।

এয়েই আছিল আমাৰ প্ৰেম; তাৰ পাচত আহিল বেজিমা।

অৱশ্যে ৰঞ্জিতাই মোক কিবা এটা কৰি থৈ গৈছিল ওৱাহেদ। বেজিমাৰ ৰূপত মই ৰঞ্জিতাৰ মাধুৰ্য্য বিচাৰি পোৱা নাছিলো। ৰঞ্জিতাৰ ৰূপত পাইছিলো, হাজাৰ বালিত জিলিকি



উঠা কোনোবা এটা বালিচন্দাৰ ৰূপ। নৈৰ পাৰৰ ৰাশি ৰাশি বালিত, সুৰ্য্যৰ ৰশ্মি পাই, বালিচন্দা জিলিকাৰ দৰে মোৰ মন-নৈৰ হাজাৰ বালিত ৰঞ্জিতাৰ ৰূপো আছিল বালিচন্দা। কিন্তু আজি বালিচন্দাৰ দুবৈৰ শুৱনী ৰূপ, সুৰ্য্য-ৰশ্মিৰ অবিহনে, মোৰ চকুত ভঙা শিলৰ টুকুৰাৰ দৰে ধৰা দিলে। চেতনা বৰুৱাও মোৰ জীৱনৰ নতুন আলহি নাছিল। ৰঞ্জিতা, বেজিমাহঁতো আছিল মোৰ জীৱন-সংগ্ৰামৰ নায়িকা।

আজি আঠদিন হৈছে, মই ৰঞ্জিতাৰ জীয়েক মেঘালিক পঢ়াবলৈ লৈছোঁ। ৰঞ্জিতাৰ স্বামীয়ে মোক গৃহশিক্ষক ৰাখিছে। মাহে বিশ টকাকৈ দিয়ে ওৱাহেদ। ৰঞ্জিতাই মোৰ সকলো চুৰ কৰিও শান্ত হোৱা নাই। এতিয়া মোক অনুগ্ৰহ কৰি জীয়াই থকাৰ সুবিধা দিছে; আগেয়ে ভাল পাই সকলো নিছিল। এতিয়া তাই টকাৰে মোৰ জীৱিকা চলাইছে। * * * আজি ধুমুহা শেষ হোৱাৰ পাচত এই দুপাহ ফুল আনি এপাহ মোৰ হাতখনত ধৰি লৈ উপহাৰ দিছে আৰু আনপাহ ভনী জ্যানেতৰ কাৰণে দিছে। এইবোৰ মোৰ জীৱন-ডাৱেৰী-পাতৰ মাজৰে এখিলা ৰঙা চিয়াঁহিৰে লিখা পাত, ওৱাহেদ!

কথাৰ শেষত জোহানে মোৰ ফালে চাই আছিল, হাতত ভগৰফুল দুপাহ লৈ। মই তাৰ হাতত চিগাৰেট এটা দি মুয়ো এটা জ্বলালো। জ্বলাই লোৱা চিগাৰেটটোত দীঘলীয়া হোঁপা এটা মাৰি ভাবিলো, তাক আজি ৰঞ্জিতাৰ কাৰণে

সান্তনা দিয়াৰ কোনো প্ৰয়োজন নাই। হাতৰ তগৰফুল পাহ আৰু তাৰ ছাত্ৰী মেঘালিয়েই তাক সান্তনা দিব, আৰু সান্তনা দিব এই কথাই যে বঞ্জিতা এতিয়া তিনিটা সন্তানৰ মাক, স্বামী তাইৰ নাম কৰা বেপাৰী।

লগে লগেই খোলা দুৱাৰখনেদি কাঞ্চী সোমাই আহে হাতত 'টিফিন কেৰিয়াৰ'টো লৈ। তাই মোলৈ হোটেলৰ পৰা ভাত আনিছে। কামৰ অজুহাত দেখুৱাই মোৰপৰা বিদায় ললে জোহানে।

* * * * *

এতিয়া ৰাতিৰ এঘাৰটা বাজিছে। জোহান যোৱাৰ পাচত ভাত খাই বিছনাত বাগৰ দি তাৰ কথাবোৰকে ভাবি আছোঁ। বঞ্জিতাই তাৰ জীৱনত এটা মচিব নোৱাৰা চাৰ দি গ'ল। বঞ্জিতা তাৰ জীৱনৰ প্ৰথমা নাৰী। সেয়েহে তাৰ অন্তৰত ৰঞ্জিতাৰ স্মৃতিয়ে লুকা-ভাকু খেলে...... । এৰা, পুৰুষে জীৱনৰ প্ৰথমা নাৰীৰ সান্নিধ্যলৈ আহিও কোনো সং-ঘাতৰ পৰা আঁতৰি থকাটোও জীৱনৰ এটা ট্ৰেজেদি। জোহান ৰঞ্জিতাৰ জীৱনৰ প্ৰথম-পুৰুষ নাছিল। কিন্তু, তাৰ ভাষাতেই কওঁ, দুৰেজা মোৰ জীৱন-নৈ পাৰৰ হেজাৰ বালিৰ মাজৰ সূৰ্য্যৰ পোহৰত জিলিকি থকা বালিচন্দাহে ; ভঙা শিলৰ টুকুৰা নহয়।

—•×•—

# বেইতা

শান্তনাৰ কথা ভবাটো মোৰ আজিৰ কথা নহয়—। আজি আঠবছৰৰ আগৰ কথা। খাওঁতে-শোওঁতে সদায় এবাৰ নহয় এবাৰ শান্তনাৰ কথা মনত পৰি আহিছে, পাৰ হৈ যোৱা সুদীৰ্ঘ আঠোটা বছৰৰ ভিতৰত ; আৰু তাইৰ লগত চিনাকি হোৱা দিনটো এই মৰমী পৃথিৱীৰ পৰা যোৱাৰ আগলৈকে নাপাহৰিম যেন লাগিছে। শান্তনাই মোক বহুত শিকালে— এৰি অহা দিনকেইটাত শান্তি দিলে, অশান্তি দিলে ... ... আৰু যে কিমান কি নকৰিলে মোক। সেই কাৰণে মই আজিও শান্তনাক পাহৰিব পৰা নাই।

কলেজ এৰি চাকৰিত সোমোৱা মোৰ আজি আঠবছৰ হ'লহি। কেৰাণী হৈছোহি শ্বিলঙত। সোণশিৰিৰ অগণন বালিৰ দৰে শ্বিলঙতো অসংখ্য কেৰাণীৰ সমাবেশ। ময়ো আহি সোমালোহি সেই কেৰাণীৰ দলৰ এজনহৈ। ভাই-ককাই, বন্ধু-বান্ধৱ, সকলোকে তিয়াগি মই জাত গলো কেৰাণীত। হয়, মই কেৰাণীত জাত গলো। কেৰাণী কি সকলোৱে বুজে। ঘৰত ডাইল থাকিলে হালধি নাথাকে ; হালধি থাকিলে চাহপাত নাথাকে। এইটো সকলোৱে জনা কথা। বি, এ পাচ কৰিব পৰা হলে দুই এজন মুখিয়ালক গুৰিয়াল ধৰি অফিচাৰ হোৱাৰ সপোনটোকে ৰচিব পাৰিলোহেঁতেন। সিও

নহ'ল । হবইবা কেনেকৈ ? শান্তনাৰ বিয়াৰ কথা শুনি বি, এ দিবলগীয়া 'মই'টোৱে বিবাগ চাৰি সোমালোঁহি খিলঙৰ কেৰাণীৰ দেশত । আকৌ বি, এ পাচ কৰাৰ কথা ভাবি লাভ কি ? পৃথিবীৰ পৰা চন্দ্ৰটো চকুৰে চাবহে পাৰি, চুব নোৱাৰি । মোৰো সেই অৱস্থাই হ'ল । প্ৰকৃত পথ এৰি উপপথে গৈ মোৰ জীৱনৰ মৌচাক ভৰিবে গছকি পেলালোঁ ।

চাবি বজাৰ লগে লগে অফিচৰ পৰা ওলায়েই ঘৰমুৱা হলোঁ শান্তনাৰ কথা ভাবি ভাবি । ঘৰৰ পদূলিৰ পৰাই বন্ধ দুৱাৰখন মোৰ চকুত ভাঁহি উঠিল । যোৱা বছৰ 'আপাৰ ডিভিজন'টো পাই মোৰ একমাত্ৰ ভনী মণিকাক আনি মোৰ লগতে ৰাখিছোঁহি । তাই থকাৰ দিন ধৰি এদিনো দুৱাৰ বন্ধ দেখা নাছিলোঁ । তাতে আকৌ আজি দুমাহৰ পৰা নবৌজনীও আহি আছেহি । অসুখ সঘনে হৈ থকাত ককাইদেৱে নবৌক খিলঙতে কিছুদিন থাকিবলৈ পঠায় । তেতিয়াৰ পৰাই মই এখন সৰু গৃহস্থালি চলাবলগীয়া হওঁ । আজি বোধকৰো দুয়োজনী কোনোবা ফালে ওলাই গৈছে । যাবইতো । অহাৰ পৰা আজিলৈকে এদিনো কলৈকো লৈ গৈ ফুৰাই আনিবলৈ সময় পোৱা নাই । মণিকা অহা আজি এবছৰ হ'ল । এইবাৰ তাই ক্লাচ নাইনৰ পৰা টেনলৈ উঠিছে । একেজনী ভনী, তাইক অলপ পঢ়াব লাগিব । নহলে আজিৰ যুগত আন নহলেও ছোৱালীক ইউনিভাৰছিটিৰ চাৰ্টিফিকেট



এখন লাগে । বিশেষকৈ বিয়াৰ ক্ষেত্ৰত । বেছি শিক্ষা পালেও আকৌ কোনোবাই 'অভাৰ কোৱালিফাইড' বুলি অৱজ্ঞাৰ চকুৰেও চাব পাৰে । বিপদ সকলো ফালৰ পৰাই ।

ঘৰ পায়েই বাৰান্দাতে থকা চকিখনত বহি নবৌহঁত অহালৈ বাট চাই ৰলো । বহাৰ লগে লগেই ভাবি অহা শান্তনাজনীৰ কথাই মোক আগুৰি ধৰিলে । আৰু এৰি অহা কলেজখনলৈ মনত পৰে । মই তেতিয়া তৃতীয় বাৰ্ষিক কলা বিভাগৰ ছাত্ৰ । মই পঢ়া-শুনাত ভাল আছিলোঁ । 'হিষ্ট্ৰি'ত 'অনাৰ্স' আছিল । কলেজত নাম লগোৱাৰ লগে লগেই আহি পৰিল শান্তনাজনী । তাই তেতিয়া প্ৰথম বাৰ্ষিকৰ ছাত্ৰী । কলেজৰ 'ফ্ৰেছ্‌্ৰ্চাস্ চছিয়েল'ৰ দিনাই শান্তনাৰ লগত মোৰ চিনাকি হয় । তাৰ পিচত পূৰা এটা বছৰৰ চিনাকিটো দুয়োৰে মাজত নিচেই ওচৰ চাপি পুৰণি হৈ যায় । 'ফ্ৰেছ্‌্ৰ্চাস্ চছিয়েল'ৰ দিনাৰ পৰা শান্তনাৰ বিয়াৰ বাতৰি শুনাৰ আগলৈকে উভয়ৰে সহপাঠীবোৰে 'শান্তনা প্লাচ মণি' বুলি কত যে ফৰ্মূলা তুলিয়ালে ! অৱশ্যে তেওঁলোকৰ পৰা সহানুভূতিৰ বাহিৰে একো পোৱা নাছিলোঁ । সহপাঠী সকলৰ মাজত আমাক দুয়োকে 'হিৰো' আৰু 'হিৰয়ীন' বুলিহে জানে । কলেজতো সভাই-সমিতিয়ে আগ ভাগ লৈছিলোঁ । অকল ময়ে নহয়, আমি দুয়ো ।

দুটা বছৰ ৰঙে ৰহইছে কটালো সহপাঠী সকলৰ মাজত থাকি । তাৰে কোনোবা এটা অমংগলীয়া দিনত শুনিলোঁ

শান্তনাৰ বিয়া । কথাটোৱে যেন কিছুমান বিহ আনি মোৰ কাতণহে ঢালিলেহি । লগে লগেই যেন মোৰ গোটেই শৰীৰটো বিষাক্ত কৰিলে । কথাটো শুনি আচৰিত হলো । হোৱাৰ কথাই । আই, এ পৰীক্ষা দিব-লগীয়া শান্তনাৰ বিয়াৰ কথা শুনিলে আচৰিতেই হব লাগে । আনৰ কাৰণে নহলেও মোৰ কাৰণে আচৰিত যেন লাগিল । বোধকৰো বিয়া হবই । মানুহ মাত্রেই বিয়া হয় । শান্তনাও মানুহৰে জীয়ৰী আৰু কেঁচা তেজ-মঙহেৰে গঢ়া এজনী জীয়া গাভৰু । তাইৰ বিয়া নহব কিয় ? তাইৰ উপচি পৰা যৌৱনৰ প্ৰবল বানক আজি হয়তো কোনেও ৰুধিব নোৱাৰে । মোক শান্তনাই ভাল পাইছিল যদিও মোক শতিকাৰ সন্তীয়া প্ৰেমিকৰ দৰেই ভাবিছিল । এবা, কলেজীয়া জীৱনত প্ৰেমৰ অভিনয় কৰাটো আজিকালিৰ ডেকা-গাভৰুৰ মাজত অৱশ্যে স্বাভাবিক কথা । ইয়াৰ বাবে বহুতো কথাকেই বাদ দিব পাৰি । সি যি কি নহওক, শান্তনাৰ বিয়া হবই । দেউতাকে হয়তো জীয়েকৰ কথা বুজা নাই । সহজ সৰল ভাবেই চাগৈ দেউতাক ব্যস্ত হৈ পৰিছে । শান্তনাৰ বিয়া হব – মোৰ লগত নহয়, মোৰ দৰেই এজন অচিনাকিৰ লগত । চকুৰে নেদেখা এজনৰ লগত শান্তনাৰ বিয়া । অচিন এজনক তাই বুকুৰ মৰম দি জীৱনৰ বাকী কালছোৱা কটাবলৈ আগবাঢ়িছে অপ্ৰতিহত ভাৱে । ……… ভালপোৱা কি ? আৰু তাৰ পৰিণাম ……… ?

এজনে এজনক ভালপোৱাতো যিমান জটিল বিচ্ছেদ



হোৱাটো সিমান সহজ । বিচ্ছেদ সহজে ঘটি উঠে । কিন্তু ভালপোৱাটো তাৰ বিপৰীত । ই কেৱল মোৰ ক্ষেত্ৰত সত্য নহয়, সকলোৰে ক্ষেত্ৰতে সত্য । কিন্তু, কুৰি শতিকাৰ প্ৰেমৰ 'দৰ' বেছি নহয় । ই আৱতৰীয়া বৰষুণৰ দৰেই আহে আৰু যায় । তাৰ ফলত এজনৰ জীৱন পঙ্গু হৈ পৰে অনিৰ্দ্দিষ্ট কাললৈ ।

শান্তনাৰ দৰা আছিল বাগানৰ 'ছোট চাহাব' । তাইৰ দেউতাক আছিল কাছাৰীৰ দৰখাস্ত লিখা এজন অৱস্থাহীন তৰণী । দৰখাস্ত লিখি যি পায় তাৰে শকত পৰিয়ালটো চলায়, জীয়েকৰ কলেজৰ মাচুল দিয়ে । ঘৰও নগৰতে । নগৰত পৰিয়াল লৈ থকাতো শান্তনাৰ বাপেকৰ দৰে মানুহ শ্ৰেণীয়েহে বুজে । আমি হয়তো কদাচিত ভাবো ।

তৰণীৰ জোঁৱায়েক বাগানৰ 'ছোট মেনেজাৰ' হোৱাটো ভাগ্যৰ কথাই নহয়— গৌৰৱৰো কথা । সেইকাৰণে শান্তনায়ো বোধকৰো কোনো আপত্তি নকৰাকৈয়ে বিয়াত মত দিলে । হয়তো শান্তনাৰ মনত ভাঁহি উঠিছিল ঘৰৰ কেৰাচিন তেলৰ চাকিৰ ঠাইত প্ৰাসাদৰ বিজুলীবাতিৰ চুইছটোৰ কথা, ঘৰৰ ক'লী মেকুৰীজনীৰ ঠাইত বাগানৰ বিৰাট হাউলী পহৰা দিয়া কোনোবা এটা 'এল্‌চেছিয়ান' কুকুৰৰ কথা আৰু ঘৰৰ খিৰিকীৰ বঙিন চাবোনেৰে বোলাই লোৱা মাকিন কাপোৰৰ পৰ্দ্দাৰ ঠাইত বিলাতী কাপোৰৰ চক্‌মকীয়া ৰঙৰ কথা । ……… লগে লগেই এনে জাক-জমকপূৰ্ণ কল্পনাৰ মাজতেই হয়তো ডুবি গৈছিল তাইৰ মন । সি যি কি নহওক, শান্তনাৰ বিয়া

হৈ গ'ল বাগানৰ 'ছোট মেনেজাৰ'ৰ লগত । তেতিয়াৰে পৰা ময়ো কলেজ এৰিলো । মোৰ এইখিনি দুৰ্ব্বলতাৰ কাৰণে বন্ধুবৰ্গৰ প্ৰত্যেকেই প্ৰতিটো কথাকে মোক ফ'হিয়াই দেখুৱাইছিল ; কিন্তু, মোক কোনেও মনাব নোৱাৰিলে । প্ৰণৱে কৈছিল, "মানিক, তই ধৈৰ্য্য ধৰ । অন্ততঃ পৰীক্ষাটো নিদিয়াকৈ নাথাকিবি । তাইৰ কথা ভাবি লাভ নাই । উপযুক্ত দৰা পাইছে, দি দিছে । সিহঁতে তোক উপযুক্ত বুলি নাভাৱে । সেই কাৰণেই শান্তনাক তোৰ পৰা আঁতৰাই দিছে । তাই গলেই তই বহুত শান্তনা পাবি ।" তাৰ তেতিয়াৰ কথাবোৰলৈ মনত পৰে । সচাঁ কথাকে কৈছিল প্ৰণৱে । এৰা, বন্ধুবোৰ ভালৰ কাৰণেই কৈছিল, সঁচা ।

পয়ত্ৰিশটা চ'ত বিহুৰ গোন্ধ পোৱা মই মানুহটোৱে আজি আঠোটা বছৰৰ ভিতৰত কিমান ফালৰ পৰাযে বিয়া কৰোৱাৰে অনুৰোধ নাপাইছো ! ঘৰত থাকোতে নবৌৱে প্ৰতিখন চিঠিতে লিখিছিল— "তুমি ইমানদিন এনেদৰে থকাটো উচিত হোৱা নাই । বছৰবোৰ পাৰহৈ যাব লাগিছে । মই তোমাক কি বুজাম ! কিবা এটা উত্তৰ দিয়া যেন । ককাইদেৱেৰাই সকলো যোগাৰ কৰি ৰাখিছে । তুমি মত দিলেই হব । কোনো দিগ্‌দাৰ নহৱ । শান্তনাই তোমাক সুখুৱাইহি, তোমাক সহায় কৰিবলৈকো নাহে । ভাবি চোৱা । আজি কালি তোমাৰ খবৰ লোৱা মানুহ ঢেৰ ওলাইছে । পাৰিলে দীঘলীয়া ছুটি লৈ এপাক মাৰি যাবাহি ।" ময়ো নবৌলৈ লিখো । কিছু সময়



যাবলৈ দিয়কছোন ! উত্তৰ দিব পাৰোনে নোৱাৰো চাম বাৰু যত্ন কৰি, ইত্যাদি ।

নবৌৱে মণিকাৰ পৰা শান্তনাৰ কথা জানে । তাইক কিন্তু নবৌৱে নিজে দেখা নাছিল । তথাপিও তেওঁ শান্তনাৰ কাৰণে আশা এৰা নাছিল । এদিন নবৌৰ সেই আশাৰ মূৰত কুঠাৰ মাৰি শান্তনা যায়গৈ আন এজনলৈ । সেই তেতিয়াৰে পৰাই নবৌৱে মোক আনফালে মন দিবলৈ কয় । সময় আৰু সুবিধা পালেই নবৌৱে বহুত ছোৱালীৰ কথাই উলিয়াই থাকে । তাৰ মাজত মোমায়েকৰ জীয়েক ভাগ্যৱতাৰ কথাও কয় । তাই হেনো মেট্ৰিক পাচ কৰি 'বেছিক ট্ৰেইনিং' লৈ মাষ্টৰনী হৈ আছে । এৰা, ভাগ্যৱতীক মোলৈ বিয়া কৰালে, শান্তনাই দিয়া অশান্তিবোৰ ভাগ্যৰ ৰলেবেই যেন আঁতৰাই দিব । ভাবি ভাবি অকলে হাঁহো । নবৌৱে মোক বৰ মৰম কৰে । একপ্ৰকাৰ আপোন ভাই যেনেই ভাবে । আৰু সেই কাৰণেই হোৱাই নোহোৱাই বিয়াৰ কথা উলিয়াই বৰ জুলুম কৰে । কিন্তু, আনবোৰেনো কিয় কয় ? ৰজনী বৰুৱাই য'তে লগ পায় ত'তে মোৰ বিয়াৰ কথাকেহে উলিয়াই থাকে । তাৰ বাদেও মাহটোৰ ভিতৰত বিয়াৰ কথাৰে পাক লগাই দিয়া দুই এখন চিঠি থাকিবই । ভাবো, কেৰাণী এটালৈকো ছোৱালী দিবলৈ মানুহৰ ইমান আগ্ৰহ কিয় ?

শান্তনাই বিয়াৰ এৰছৰৰ পিচৰ পৰাই মোলৈ চিঠি

দিবলৈ আৰম্ভ কৰে। তেতিয়াৰ পৰা আজিলৈকে চিঠি পায়েই আছো। চিঠিৰ মাত্ৰা বাঢ়ি অহাৰ লগে লগেই তাইৰ আৰু মোৰ মাজৰ মৰমৰ জৰীডাল আৰু বেছি শকত হৈ আহিবলৈ ধৰে। তাই প্ৰত্যেকখন চিঠিতে লিখে গিৰিয়েকৰ কথা—তেওঁ হেনো মদ খায়। মদ খাই তাইৰ ওপৰত অমানুষিক অত্যাচাৰ কৰে। কোনোখন চিঠিত আকৌ লিখে তাইক উদ্ধাৰ কৰাৰ কথা। উদ্ধাৰ কৰা মানে তাইৰ লগত মোৰ দ্বিতীয় বিবাহ। সি যি কি নহওক, তাইৰ কথা ভাবি মোৰ ভাল লাগে, যিহেতু তাইৰ কাৰণেই মই আজিও অবিবাহিত হৈ আছো। কবিৰ ভাষাত কবলৈ গলে—"সিপুৰীত প্ৰিয়া তোমাৰে মিলন।" আগতে শান্তনাই লিখিছিল, মই উপযুক্ত ছোৱালী চাই বিয়া কৰাব লাগে। তাই অনুৰোধ কৰে, মই যদি তাইক ভাল পাইছিলো তেন্তে তাৰ চিন স্বৰূপে বিয়া কৰাই এখন সুখৰ সংসাৰ গঢ়ি তুলিব লাগে। কিন্তু, আজি কালি সেইবোৰ কথা সমূলি নিলিখে। লিখে কেনেকৈ গিৰিয়েক দানৱটোৰ হাতৰ পৰা তাই ৰক্ষা পৰে। প্ৰাসাদৰ সুখবোৰ বিহতকৈও বেছি বিষাক্ত হৈ আহিছে, ইত্যাদি। কেতিয়াবা শান্তনাৰ দুখৰ কথা নবৌক কওঁ। তাইৰ পৰা পোৱা প্ৰায়বোৰ চিঠিকে নবৌৱে পঢ়ি চায়। পঢ়ি কয়, শান্তনাৰ কথা ভাবি তুমি ঘৰখনকে অশান্তিৰ মুখলৈ ঠেলি নিছা। ককাইদেৱেৰাই আজি কালি তোমাৰ কথাত নিমাত হৈ পৰিছে। ময়ো একো উত্তৰ নিদিওঁ।



নিদিবৰে কথা। দিলে কাজিয়া বাঢ়ে।

নৱেম্বৰ মাহৰ চেঁচা সন্ধিয়াটো নামি আহে পৃথিৱীলৈ। লগে লগেই নবৌ আহে, আৰু মণিকাও সোমাই আহে। লগতে আহে ৰজনী বৰুৱাৰ জীয়েক, প্ৰতিমাইনে প্ৰমীলাই নাজানো। এইবাৰ হেনো মেট্ৰিক দিছিল। ফে'ল কৰিলে। মণিকাৰ বান্ধৱী। কিয় আহিছে বুজিবলৈ যত্ন নকৰিলো। কাৰণ ভনী আৰু নবৌ অহাৰে পৰা তেনেকুৱা বহুতো ছোৱালী-বোৱাৰী অহা যোৱা কৰে। তাত আকৌ মোৰ জানিবলগীয়া কিটো আছে? নবৌৱে ঘৰৰ বাৰাণ্ডাত ভৰি দিয়েই মাত লগায়—'আহিলা? আজি ওলাই গৈ বৰ পলম কৰিলো দিয়া। তোমাৰ চাগৈ খঙ উঠিছে।' কথা কৈ কৈ চাবিকোছা উলিয়াই তলাটো খুলিলে। মণিকাও নবৌৰ কাষতে থিয় দি নিৰৱ হৈ থাকে। আনদিনা তাইৰ চঞ্চলতাখিনি মোৰ আগত ঢাকি ৰাখিব নোৱাৰে। কিন্তু আজি তাই নিৰৱ। তাই মোক নমতা দেখি ময়েই মাত লগালো, "মণি! কলৈ গৈছিলি?"

ঃ মায়াহঁতৰ ঘৰলৈ। কথাকৈ তলমূৰহৈ তাই নখেৰে মাটিত লেখে।

ঃ তই বৰ ফুৰা হৈছ, দেখোন? পৰীক্ষাতো পালেহিয়েই। অলপ ভালকৈ পঢ়।

ঃ ফুৰা নাই, কিতাপ এখনহে আনিবলৈ গৈছিলো। হাতৰ কিতাপখনৰ কথা কৈয়ে তাই সাৰিব বুলি ভাবিলে।

অথচ হাতত সেইখন কি কিতাপ মই নাজানো। মুঠতে সেইখন এখন কিতাপ। পাঠ্যৰ বাহিৰৰ হলেও উপন্যাস বা গল্পৰ ভিতৰৰে নহয় বুলি কৰ নোৱাৰি। ময়ো বাৰু বুলি শলাগি একাপ চাহৰ কথা কলো। লগে লগেই দুৱাৰ মেলি সিহঁত ভিতৰ সোমায়। ময়ো ভিতৰলৈ গৈ কোঠাটোৰ চুই-ছটো টিপি লাইটটো জ্বলাওঁ। ৺চৰতে থকা খবৰৰ কাগজ-খন এনেয়ে হাতত লৈ চাওঁ। চাই ভাল নালাগে। একাপ চাহৰ লোভটো ৰবকৈ বাঢ়ে। অফিচত খাছীয়া ছোৱালী-জনীয়ে দিয়া চাহপাতৰ আৰকটোপাকে পি বেমাৰক স্বাগতম জনোৱা কথাটো সকলোৱেই একপ্ৰকাৰ বুজে। ময়ো বুজো। তথাপি খাওঁ। খোৱাটো আৱশ্যক বুলি নহয়। মোক চাহ-দিয়া এলিপেষ্টাৰ শকত মুখখন আৰু আধা-ফুটা আধা-নুফুটা অসমীয়া কথা কেই আষাৰৰ কাৰণেহে। অৱশ্যে আজি কালি কিছু কমাই দিছো।

কাগজখন লৈ এনেয়ে বিছনাখনত বাগৰ দিওঁ। ক্ষন্তেক পিচতেই নবৌৱে চাহ লুচি আনি টেবুলত দি খাবলৈ কয়। ময়ো বাৰু বুলি চাহকাপৰ ওচৰলৈ যাওঁ। এনেতে নবৌৱে কয়—

: মানিক, আজি বৰ ডাঙৰ দোষ এটা কৰিলো। কোৱা, খঙ নকৰাতো?

নবৌৰ কথা শুনি মই অবাক হৈ ৰলো। ভাবিলো, মোৰ ওচৰত ক্ষমা বিচাৰিবলগীয়া কি দোষ কৰিলে নবৌৱে!



মই বহুপৰ চাই থাকো নবৌলৈ। ভাবো, মই যাক মাতৃৰ দৰে সন্মান কৰো সেই নবৌৱে মোৰ ওচৰত ক্ষমা বিচা-ৰিবলগীয়া কি দোষ কৰিলে? এৰা, নবৌৱে মোক মৰম কৰে, মাকে পুতেকক মৰম কৰাৰ দৰেই। ময়ো তাৰ উত্তৰ কি দিম নুবুজি নিজেই কওঁ—বুজিবলৈ টান পাইছো নবৌ! বুজাই কওকছোন!

: বাৰু কম। আগেয়ে চাহকাপ খাই লোৱাছোন। মই এতিয়াই আহিছো।

নবৌৱে কথা কৈ ভিতৰলৈ যায়গৈ। ময়ো ভাবিলো, চাহকণ খাই লোৱাই ভাল। নহলে পিচত কাজিয়াৰ সৃষ্টি হলে দুপৰতেই খাছীয়াজনীয়ে দিয়া চাহটোপাৰেই ৰাতিটো পৰি থাকিব লাগিব। যদি তেনেই হয়, পুৱালৈকে সকলো বাদ দিব লাগিব। শেষৰখন লুচি খাওঁ বুলি হাতত লওঁ-তেই নবৌ পুনৰ মোৰ কাষলৈ আহি মই বহা চকিখনৰ বাবডালতে ধৰি খোলা 'এক্সপ্ৰেচ' চিঠি এখন দি কয়—

: এইখন তোমাৰ চিঠি। শান্তনাই 'এক্সপ্ৰেচ' কৰি দিয়াৰ কাৰণে মণি আৰু মই লগ হৈ খুলি পঢ়িলো। তাৰ বাবেই।

কথা কৈ নবৌ ৰৈ যায়। ময়ো কথাটো পাতলাবৰ কাৰণেই কলো, অ' সেইকাৰণেই হবলা। কিয়, আগেয়ে জানো শান্তনাৰ চিঠি নাচায়? আজি এনে পৰিবৰ্ত্তনৰ কাৰণ নুবুজিলো।

: নহয় মাণিক। কথাটো অলপ 'চিৰিয়াছ'। পঢ়িলে

বুজি পাবা ।ঃ কিনো লিখিলে বুলি মই খামটোৰ পৰা চিঠিখন উলিয়াওঁ । নবৌৱে 'পঢ়ি চোৱা' বুলি কৈ ভিতৰলৈ যায়গৈ । ময়ো লুচিখন মুখত ভৰাই দি চিঠিখন পঢ়ি যাওঁ—

"... ... .... কি কৰিম মণিদা ! মই বোলে বন্ধ্যা .... মই বোলে বেশ্যা । তেওঁ হেনো বন্ধ্যা আৰু বেশ্যাক ৰাখি তেওঁৰ সুখৰ সংসাৰখনত অশান্তিৰ ছাঁ পেলাব নোখোজে···। আজি এমাহ হ'ল মোক "ডাইভোর্স" কৰিছে, তেওঁ কৈছে জীৱনত মোৰ কথা কোনোদিনেই নাভাবে । মোক হেনো তেওঁৰ জীৱনত কোনোদিন প্ৰয়োজন নহব । যদি কেতিয়াবা মনত পৰে তেন্তে কোনো গণিকাৰ কথা বুলি ভাবি হেলাৰঙে ত্যাগ কৰিব পাৰিব । তিনি তাৰিখে আবেলিৰ 'থাৰ্ডটাইম ৰাচ'ত গুৱাহাটীৰ পৰা আপোনাৰ তালৈ ৰাওনা হম । আগৰ মৰম নেহেৰুৱাই আগবাঢ়ি আহিব মোক নিবলৈ— দুদিনমানৰ কাৰণেও নহয়, আৰু ময়ো কব নোৱাৰো কিমান দিনৰ কাৰণে যাম । গৈ জুলুম দিম । অৱশ্যে অধিকাৰ নাই আপোনাক জুলুম দিয়াৰ । কাৰণ মই বেইতা । বেইতাই নিজ স্বামীৰ বাদে আন এজনক দাবী কৰাতো অন্যায় বুলি জানো । দাবী মানে তিৰোতাৰ জীৱনৰ এক অবৈধ্য বৃত্তিৰ আৰু পৰিচয় দিয়া । সমাজে কৈ আহিছে । আপুনিও কব । আৰু ময়ো আজি তাৰেই পক্ষপাতী হৈ কক্ষচ্যুতা হলো । কিন্তু মই আপোনাক দাবী কৰিম । আপুনি তাৰ স্বত্ত দিয়াৰ কাৰণেহে দাবী



কৰিবলৈ আগবাঢ়িছো । তাৰ সাক্ষী দিলো আপোনাৰেই লিখা তুলি দি —"তুমি পতিতা হৈ আহিলেও শান্তনা, মাণিকে তোমাক গ্ৰহণ কৰিব, স্বৈৰিনী হৈ আহিলেও ... ... " কিন্তু মণিদা ! মোক বেইতা কিম্বা পতিতা নাৰী বুলি আওহেলা নকৰিব । মই বৰ্ত্তমান সম্পূৰ্ণ পৰিত্যক্তা । মোৰ আৰু সেই ঘৰত সোমাবৰ কোনো অধিকাৰ নাই ।" চিঠিখন পঢ়ি গাটো ঘামি যোৱা যেন লাগিল । বহুপৰ নিৰৱে থাকি ভাবো— শান্তনা আহিব । অকলশৰীয়া মইটোৰ লগলৈ শান্তনা আহিব । মই তেতিয়া আৰু অকলশৰীয়া হৈ নাথাকিম । কিন্তু তাই বিবাহিতা । এৰা, তাই মোৰ দৰে ডেকা এজন বিয়া কৰাই তাৰ বয়সৰ ডেওনা পাৰ কৰি থৈ আহিছে । সি তাইক আজি ত্যাগ কৰিছে·········কিন্তু, আজি হয়তো শান্তনা আহিলে মই ত্যাগ কৰিব নোৱাৰিম······। অন্তৰৰ এচুকত— অন্ততঃ ঘৰৰ এচুকত মই শান্তনাক চপাই লব লাগিব ।

ৰহুতো কথা ভাবিলো চিঠিখন হাতত লৈয়েই । এনেতে নবৌ আৰু মণিকা মোৰ কাষলৈ আহে । মোৰ যেন তন্দ্ৰা ভাঙে । মণিকাই মাত দিয়ে, "ককাইদেউ !" মই মাথো হুঁ বুলি কওঁ । তাই পুনৰ কয়,

ঃ বলক ওলাওক—।

ঃ কলৈ ? মই যেন এটা অবাঞ্ছিত প্ৰশ্ন কৰি পেলালো । নবৌৱে মোক কথাটো সোঁৱৰাই দি কয়,—

: আজি তিনি তাৰিখ নহয়, শান্তনা আহিব 'থাৰ্ড টাইমত আগবাঢ়ি যাব নেলাগে জানো ?

: আজি যে তিনি তাৰিখ মই পাহৰিছিলোৱেই। মই কলো। মণিকাই কয়—

: ময়ো যাম ককাইদেউ।

নবৌৱে ঠাট্টাৰ সুৰত পুনৰ কয়— পাহৰিলে কেনেকৈ হব ? তুমি যাবই লাগিব। বাছৰ অচিনাকি মানুহবোৰৰ মাজত এজনী তিৰোতা আহিব এখন অচিনাকি ঠাইলৈ, লগত নাই কোনো। অসুবিধা হব। তুমি নগলে কেনেকৈ হব ?

নবৌৰ কথাখিনিয়ে মোৰ গাত চোবাতে কোবোৱাৰ দৰে কোবাই গ'ল। এৰা, এজনী তিৰোতা আহিব। অকলে। যাবই লাগিব আগুৱাই আনিবলৈ— হয়তো গোটেই জীৱনৰ কাৰণে। আগতে শান্তনাই মোক অৱজ্ঞা কৰি গুচি গৈছিল আন এজনলৈ। আজি আহি হয়তো এই পৃথিবীৰ পৰা যোৱাৰ আগলৈকে মোক অৱজ্ঞা কৰিব নোৱাৰিব। হয়তো শান্তনাকো মই অৱহেলা কৰিব নোৱাৰিম।

মোৰ নিৰৱতালৈ লক্ষ্য কৰি নবৌৱে পুনৰ কয়—অলপ শাসনৰ সুৰত।

: অলপ বজাৰো কৰিব লাগিব। বাছৰ সময়ো চমু চাপি আহিল। তুমি যোৱা। মই ভাতৰ যোগাৰ কৰেঁাগৈ।

যাওঁ বুলি চিঠিখন টেবুলৰ ওপৰত থৈ যাবলৈ বুলি উঠিলো। লগে লগেই নবৌহঁতৰ লগত অহা ৰজনীবৰুৱাৰ



জীয়েকৰ মুখত শুনিলো— 'মই আজি নেথাকো মণি। যাওঁগৈ।' এইবুলি ঘৰলৈ যোৱাৰ আপত্তি তুলিলে। ক্ষন্তেক পিচতে মণিকাক লগত লৈ মই ঘৰৰ বাহিৰ ওলালো। তেতিয়া ডাঠ কুঁৱলীবোৰ আহি আলি-পদুলিবোৰ ঢাকি ধৰিছেহি। মই আৰু মণিকাই ক্ৰমে বাটৰ কুঁৱলিবোৰ ঠেলি আগবাঢ়িলো 'বাচষ্টেণ্ড'ৰ ফালে। তেতিয়া জাৰ বৰ বেছীকৈ নামিছে। আকাশৰ জোনটোৰ ক্ষীণ আকৃতিটো কুঁৱলীবোৰৰ মাজেদিহে দেখিছিলো।

—:০০:—

## চিনাকি বন্ধুৰ চিঠি

ঃ মানুহৰ জীৱনত বহুতো বস্তুৰেই প্ৰয়োজন । পৃথিৱীৰ সকলোবোৰ পাৰ্থিৱ বস্তুৰেই মানুহৰ প্ৰয়োজন । ইয়াৰ বাদেও মানুহ পৃথিৱীত জীয়াই থাকিবলৈ এখন সমাজৰ প্ৰয়োজন অপৰিহাৰ্য্য । জীয়াই থাকিবলৈ হলে আমাক সমাজ লাগে। আৰু লাগে 'এটিকেট' । মৰম, ভালপোৱা, প্ৰেম প্ৰীতিৰ এখন অন্তৰ লাগে, এইখিনিৰ প্ৰয়োজনটো অন্ততঃ মানুহৰ আছে ।ঃ

কথাখিনি কৈ সহজা চলিহা চকিখন পাচলৈ দি বহাৰ পৰা উঠিল । মযো তেখেতৰ লগত আলোচনা কৰিবলৈ আমনি পায়ে পুনৰ বহিবলৈ কোৱা নাছিলো । তেখেতৰ লগে লগে বহাৰ পৰা উঠিলো পদুলিত আগবঢ়াই দি আহোঁ বুলি । ক্ৰমে দুয়ো ঘৰৰ বাহিৰ ওলালো তেনে ধৰণৰ কথাৰ মাজেদিয়েই । পদুলিৰ পৰাই তেখেতক বিদায় দি আহি পুনৰ বহি পৰো সৰু হোটেলখনৰ বাৰাণ্ডাৰ চকিখনতে ।

শনিবৰীয়া অফিছৰ পৰা সহজা চলিহাও মোৰ লগতে আহিছিল । তেখেত মোৰ সহকৰ্ম্মী । যেতিয়াই তেতিয়াই যি কোনো এটা তৰ্ক লৈ ব্যস্ত থাকি আন কেৰাণীবোৰক আমনি দিয়াটো তেওঁৰ একপ্ৰকাৰ কাম বুলিয়েই কব পাৰি । তেওঁৰ ৰুচিৰ লগত আমাৰ দলৰ কাৰো মনৰ মিল নাছিল ।



আন কোনো বিষয়ে তৰ্ক তুলিয়ালে তেওঁৰ ঘৰৰ বিষয়ে কৈ মন আকৰ্ষণ কৰিবলৈ যত্নপৰ হয় । তাৰ ভিতৰতে সৰু-চালুকীয়া লৰাটোৰ কথাই বেছি । কিন্তু, তেওঁক তেনে ধৰণৰ কথাৰ পৰা বিৰত ৰখাৰ শ্ৰেষ্ঠ উপায় আছিল এটা । সেইটোৱেই হ'ল তেওঁৰ ৰুচি অনুযায়ী কথাৰ মাজতে তেওঁৰ পৰিবাৰৰ ঘৰ, চৰিত্ৰ আদিৰ বিষয়ে সোধাটো । আমি তেওঁক তেনে কথা নোসোধো ! তেখেতে যদি তেনে ধৰণৰ কথাৰে দুই-চাৰি জনক গোটাই লৈ কথাৰ পাতনি মেলে আমি তেতিয়া হাজৰিকাৰ উপস্থিতি কামনা কৰো । মুঠতে মানুহজন ৰব কথকি আছিল । অৱশ্যে আজি মোৰ তাত হোৱা আলোচনাটো একেবাৰে বাদ দিবলগীয়া নাছিল । তেওঁ আমাৰ জীৱনৰ পাৰ্থিৱ কিম্বা অপাৰ্থিৱ বস্তুৰ প্ৰয়োজনীয়তাৰ বিষয়ে কবলৈ গৈ সমাজখনক আঁজুৰিলে । তেওঁৰ সেইটো স্বভাৱেই । মুঠতে তেওঁ এজন তাৰ্কিক । কিন্তু আমাৰ বা মোৰ জীৱনত কিহৰ বেছি প্ৰয়োজন মই বুজো । নগৰীয়া জীৱনত বিশেষকৈ এজন বন্ধু আৰু এজনী ভালপোৱা নাৰীৰ প্ৰয়োজনটো অনুভৱ কৰো বৰ বেছিকৈয়ে । সহজা চলিহাৰ দৰে বন্ধু কিন্তু মোক নেলাগে । লাগে মোৰ বন্ধু কিৰণৰ দৰে এজন সৰল সহজ বন্ধু ।

চলিহাক বিদায় দি হোটেলৰ বাৰাণ্ডাৰ চকিখনতে বহি হাতত পেপাৰখন লৈ আগ-গুৰি নোহোৱা কথা কিছুমান ভাবি আছিলো । তাৰ মাজতেই এৰি অহা চহৰখনৰ

প্ৰবীণাজনীলৈ। আজি দুবছৰ হ'ল প্ৰবীণা জনীক মৰম নকৰাকৈয়ে এৰি আহিলো পাষাণৰ দৰে। পাষাণময়ে নহয়; তায়ো পাষাণী। নহলেনো আজিলৈকে এখন চিঠিৰ উত্তৰ নিদিয়েনে। তায়ো সহজভাবে ভাবি লৈছিল তাইৰ জীৱেন্দ্ৰদায়েই ইহকাল পৰকালৰ লগৰী বুলি। কিন্তু তায়ে নোৱাৰিলে......। বহুত কথা......। বিধবাৰ সন্তান প্ৰবীণা আৰু ময়ূৰী। দুয়ো যমজ সন্তান আছিল। প্ৰবীণাক মই প্ৰবী বুলি মাতিছিলো।...... ভাবি থৈছো, যদি কেতিয়াবা কোনোবা নাৰীৰ সান্নিধ্যলৈ অহাটো প্ৰয়োজন বুলি ভাবো তেন্তে প্ৰবীণাৰ সান্নিধ্যই মোৰ জীৱনৰ সকলো। এতিয়া নহয়, প্ৰয়োজন হলে। প্ৰয়োজন পুৰুষ মাত্ৰেই আছে নাৰীৰ, আৰু নাৰীৰ পুৰুষৰ। প্ৰয়োজনে একোৰে বাধা নেমানে, মানে কেৱল পৰস্পৰৰ ভালপোৱা আৰু দাম্পত্য-জীৱনৰ প্ৰেম-প্ৰীতি। কিন্তু......।

পেপাৰখন হাতত লৈ ভাও জুৰিছিলো পঢ়াৰ। কিন্তু মনলৈ আহিছিল প্ৰবীনাজনীৰ প্ৰতিবিম্বটো। আজৰি সময়ৰ মনটো কিয় ইমান দুৰ্ব্বল হৈ পৰে কব নোৱাৰো। এনে এটা দুৰ্ব্বল মুহূৰ্ত্তই প্ৰবীণাক আতঁৰি যাবলৈ বাধ্য কৰাইছিল। মনটো কেতিয়া দুৰ্ব্বল হয় কব নোৱাৰো। যেতিয়া দুৰ্ব্বল বুলি অনুভৱ কৰো তেতিয়াই এজন বন্ধুৰ প্ৰয়োজন হয়, আৰু বহুতো......। থাকি থাকি মনৰ ভাববোৰ সলনি হয়। প্ৰৱাসী জীৱনত প্ৰেমিকাৰ পৰা সপ্তাহত



এখনকৈ চিঠি নেপালেও বন্ধুৰ পৰা এমাহত এখন চিঠিৰ প্ৰয়োজন বুলি ভাবো। আজি এমাহৰ আগতে কিৰণলৈ চিঠি দিছিলো। উত্তৰ নিদিলে। এইবাৰ আহোঁতে সি মোৰ আগত বৰ কৌতুহলী হৈ কটাইছিল ছটা দিন। মই বুজিবলৈ যত্ন কৰিও নোৱাৰিলো বুজিব। সি কৈছিল, গৈ পায়ে সকলো কথা লিখি পঠাব। ময়ো ভোলানাথ হৈ বাৰু বুলিয়েই বিদায় দিছিলো। সি যোৱা আজি এমাহ হ'লহি, কিন্তু আজিলৈকে কোনো খবৰেই নাই।

বাৰাণ্ডাত বহি থাকোতেই বহু সময় পাৰহৈ যায়। হাতৰ ঘড়িটোলৈ চাই দেখো তিনিটা বাজিল। আবেলিৰ চাহ-কাপ খাওঁ বুলি বহাৰ পৰা উঠোতেই বয়টোৱে টিপয়খন মোৰ আগলৈ অনা দেখি সুধিলো, চাহ আনিছা নেকি ? সি চাহ তাতেই দিম বুলি কোৱাত ভাল লাগিল। খন্তেক পিচতেই সি চাহ আনি মোৰ আগত দি যায়হি। আবেলিৰ ভোকত চাহ কাপ আৰু মাখন লগোৱা ৰুটী টুকুৰা খাই ভাল লাগিল। শুদা কাপ-প্লেটজোৰ নিবলৈ আহি বয়টোৱে ক'লে মোৰ কোঠাত এখন চিঠি আছে বুলি। চিঠিৰ কথা ভাবোতেই হাতে হাতে পোৱাৰ আশাত বাৰাণ্ডাত এক মুহূৰ্ত্তও দেৰি নকৰি কোঠাটোলৈ সোমাই গৈ দেখো যে নীলাখামৰ সৰহীয়াকৈ টিকেট লগোৱা এখন চিঠি। চিঠিখন হাতত লৈ বুজিলো, এমাহৰ আগতে কিৰণলৈ দিয়া চিঠিৰ উত্তৰ। কাৰণ তাৰ আখৰকিটা মোৰ বৰ চিনাকি। বৰ যত্নেৰে খুলিলো চিঠিৰনত কি লিখিছে

বুলি। জানো,— তাৰ চিঠিত দুই এপাত লিখি ডাক টিকেটৰ অপব্যৱহাৰ নকৰে। তাৰ পৰা চিঠি পালে পঢ়ি ভাল লাগে। অন্ততঃ কিছু সময় তাৰ চিঠিখন পঢ়িয়ে কটাই দিব পাৰি। বিছনাত বাগৰ দি নীলা পেডত লিখা দহ পৃষ্ঠাৰ চিঠিখন পঢ়ি যাওঁ। লিখিছে—

"মৰমৰ জীৱেন,

তোৰ চিঠিখনৰ উত্তৰ আজিহে দিলো। খুব উৎসাহেৰে পঢ়িছিলো চিঠিখন পাওঁতেই। কিন্তু, শেষত বিমৰ্ষত ভাঙি পৰিলো। মোৰ বিষয়ে তোৰ মনত যি অপ্ৰত্যাশিত অবিশ্বাসে অঙ্কুৰ মেলিছে মই তাক দৃঢ় ভাবে জানো যে সি এদিন সত্য ঘটনাৰ উদ্‌ঘাটনত বিনষ্ট হব আৰু তই মোক ক্ষমা কৰিব পাৰিবি। একে আষাৰেই কওঁ— মই মোৰ অতীতৰ কলঙ্ক-পূৰ্ণ কাৰ্য্যাৱলীৰ কাৰণে দুঃখিত; কিন্তু, সিদিনাৰ সেই মৰ্ম্মন্তুদ ঘটনাৰ বাবে মই দায়ী নহওঁ বুলি মোৰ আনন্দৰ সীমা নাই। তই মোক ককৰ্থনা কৰিছ। মই হেনো গুণ্ডা, লুৎসা আৰু ... ইত্যাদি। কিন্তু, তাৰ কাৰণে মই অলপো ক্ৰুদ্ধ হোৱা নাই, বৰং এই অভিজ্ঞতাই মোৰ মন তোৰ প্ৰতি পুতৌময়া কৰি তুলিছে। তাৰ কাৰণেই আজি এই ঘটনাৰ সবি যাব ধৰা পাহিবোৰ তোৰ আগত মেলি ধৰিবলৈ মোৰ মনে স্বাভাৱিকতে দ্বিধা বোধ কৰিছিল। বাৰু শুন—

এজনী সামান্য ছোৱালীৰ খাম-খেয়ালীৰ কাৰণে যি পুৰুষে বন্ধু এজনক সহজে আঁতৰাই দিব পাৰে, অসংলগ্ন



ককৰ্থনা কৰিব পাৰে, আৰু তেনেবোৰ কাৰ্য্যৰ দ্বাৰা নিজকে হাঁহিয়াতৰ পাত্ৰ কৰি তুলিব পাৰে তেনেবোৰ পুৰুষক পৃথিৱীৰ আন মানুহে কি বুলি ভাবে মই নেজানো; কিন্তু, মই হলে তেওঁলোকক সহজ আৰু সৰল বুলিহে ভাবিম। কোনোবা এজনে কৈছিল— 'মানুহ ধুলিৰে তৈয়াৰী। লগে লগেই আহিল এজনী তিৰোতা, যি ভিজা; তাই তাক স্পৰ্শ কৰিলে আৰু তাৰ নাম হ'ল বোকা।' সেই কাৰণেই তোক ব্যক্তিগত ভাৱে আক্ৰমণ কৰাও উচিত নহব। কাৰণ পৃথিৱীত যি দিনাই সেই তিৰোতা 'ইভে' পদক্ষেপ দিলে সিদিনাৰ পৰাই মাথোন তোৰ আৰু মোৰেই নহয় সমগ্ৰ পৃথিৱীৰ মানুহবেই আনন্দ-মঞ্চৰ যৱনিকা পতন হ'ল। নহঁহাকৈ কৰিব পৰা প্ৰেমৰ দৰে ধেমালি মানুহে বুকুৰে সামৰি ললে। পৃথিৱী পেন্দোৰা বাকচ হৈ পৰিল। এতিয়া এই আবোল-তাবোল কথাৰ ডেওনা পাৰ হৈ মই মোৰ বক্তব্য আৰম্ভ কৰো শুন—

শুনি তোৰ আচৰিত যেন লাগিলেও সি সত্য যে প্ৰবীৰ লগত মোৰ প্ৰেম নাছিল কোনো দিনে। তাইৰ তেজাল অধৰ আৰু গণ্ডই মোৰ ওঁঠ কোনো দিনে কঁপোৱা নাছিল। পীন পয়োধৰৰ মূক ব্যথাই মোক কোনোদিনে ব্যথিত কৰি তোলা নাছিল; চঞ্চল নয়নেৰে ইমান বিজুলী খেলিব পাৰে বুলি মই জনা নাছিলো, আগবাঢ়ো নেবাঢ়োকৈ আগুৱাই যোৱা ভৰি দুখনেৰে চিনাকিজনৰ ওচৰলৈ এনেদৰে অজান ভাবে আহিব পাৰে বুলিও মই কোনো দিনে ভাবিব পৰা নাছিলো।

মুঠতে মই আজিলৈকে প্ৰবীৰ মুখখন দেখা নাপালো ।

ইমানপৰে তই হয়তো চক্ খাই গৈছ আৰু খঙতে মোৰ বিপক্ষে তোৰ হাতখনৰ আঙুলিকিটা হয়তো মুষ্টিবদ্ধ হৈ গৈছে নাইবা ভাবিছ কিৰণৰ চকুৰ পৰ্দ্দাত কোনো দিন প্ৰতিফলিত নোহোৱা গাভৰুজনী কেনেকৈ তাৰ দ্বাৰাই সপুষ্পক হব পাৰে। ওঁহো, কিৰণ মূৰ্খ ; কাৰণ সি মিছা কৈছে ; কিন্তু সঁচা জীৱেন ! সঁচা কথাটো যি কোনো বুৰ্ব্বকেই কব পাৰে । জ্ঞানীবোৰেহে মিছা কোৱাৰ উপযুক্ত । কিন্তু, আজি মই সঁচাকথা কৈ নিজকে যদি মূৰ্খৰ পৰিচয় দিওঁ মোৰ অলপো বেয়া নেলাগিব জীৱেন ! অন্ততঃ তোৰ ওচৰত । "প্ৰকৃত বন্ধু গছত নেলাগে, নিজে তৈয়াৰ কৰি লব লাগে ।" তয়ে কৈছিলি । বাৰু এতিয়া শুন— ময়ূৰীক মই খুব মৰম কৰিছিলো, প্ৰাণেৰে ভাল পাইছিলো ময়ূৰীক । হিয়া উবুৰিয়াই দি তাইক কৈছিলো, তুমি মোৰ ময়ূৰী । সম্পূৰ্ণ ভাবে তুমি মোৰ ; আৰু কোনোবাই যদি আমাৰ এই 'তুমি মোৰ, মই তোমাৰ' হোৱাত বাধা দিয়ে মই তাক দাৰে ঘপিয়াই কাটিম । কেনেবাকৈ যদি এই পৃথিবীত আমাৰ মিলন নহয় সিপুৰীত আমাৰ আত্মাই মিলনৰ আকাংখা লৈ বৈ থাকিব । এই কথাবোৰ ময়ূৰীয়ে খুব সচেতন ভাবে আওকনীয়াহৈ শুনিছিল আৰু পাচতে হঠাতে মোলৈ মুখ ঘুৰাই নিষ্টব্ধতা ভঙ্গ কৰি কৈছিল—: কিন্তু আমি কিজানি খুব ভুলেই কৰিছো । কাৰণ প্ৰেম যে অন্ধ !" তাইৰ কথাবোৰ এটা প্ৰাণ-খোলা হাঁহিৰে উৰুৱাই দিবলৈ যত্ন কৰি মই কৈছিলো— অদুৰদৰ্শী আৰু পেচি-



মিষ্টবোৰেতো তেনেদৰেই প্ৰচাৰ কৰে । বুজিছা ময়ূৰী ! প্ৰকৃততে প্ৰেম অন্ধ নহয় ; ই আমাৰ চকু খুলি দিয়ে । অজস্ৰ জ্ঞানৰ দীপ্তিৰে আমাৰ পথ আলোকিত কৰি তোলে । কিন্তু বিখ্যাত সাহিত্যিক চেক্সপিয়েৰে দেখোন কৈছিল— "এয়ে প্ৰেম, যি প্ৰেমে পুৰুষৰ হিয়াত দাবানলৰ সৃষ্টি কৰে ; নাৰীৰ চকুৰেদি অজস্ৰ ধাৰাৰ প্লাৱন বোৱায় আৰু দুয়োকে জনাই দিয়ে যে প্ৰেমৰ প্ৰথম গুমুনিয়াহেই বিজ্ঞতাৰ শেষ সীমা ।" মোৰ কথাবোৰ তন্ময় হৈ শুনি থাকি হঠাতে তাই হয়তো হাঁহি এটা মাৰি মোৰ পৰা বিদায় লৈছিল পুনৰ উভতি অহাৰ ইঙ্গিত আৰু ক্ষণ জনাই ।

ঠিক কোন সময়ৰ পৰা ময়ূৰীৰ লগত মোৰ প্ৰেম-পৰ্ব্বৰ পাতনি মেল খাইছিল কব নোৱাৰো । কাৰণ, "ভাল পাওঁ" বুলি মই আজিলৈকে কোনো গাভৰুৰ লগত প্ৰেম কৰি পোৱা নাই । ভেড়নীয়া ঘৰ বিচাৰি আহি যেতিয়া ময়ূৰী হঁতৰ ঘৰৰ পৰ্দ্দা ঠেলি "কোন আছে" বুলি কৈ ভিতৰলৈ চাই পঠিয়াইছিলো, তেতিয়া ময়ূৰী বাহিৰলৈ ওলাই আহি "বহক" বুলি কৈ ভিতৰলৈ পুনৰ সোমাই গৈছিল আৰু মই নিৰ্ব্বাক নিস্পন্দ হৈ নৰহি ঠিয় হৈয়ে আছিলো । লাজো লাগিছিল । কাৰণ, যি জনী ছোৱালীক তাৰ তিনি সপ্তাহৰ আগতে কামেদি যাওঁতে ধুনীয়া বুলি কৈ গালি খাইছিলো, আজি আগতে জনাহলে সেই জনী ছোৱালীৰ সন্মুখত ঠিয় হোৱাৰ সাহস মোৰ নহ'লহেঁতেন । কিন্তু, মই এইটোও জানিছিলো

যে এনেবোৰ খঙাল ছোৱালীহে উপযুক্ত সময়ত শান্ত-শিষ্ট হৈ পুৰুষৰ বুকুত মুখ গুজি দি কান্দিব পাৰে। সেই দিনাখন ময়ূৰীৰ বিধবা মাকৰ লগত ঘৰটোৰ বিষয়ে বন্দোবস্ত কৰিছিলো। ময়ূৰীয়ে বটাত পান-তামোল আনি আমাৰ আগত দি মাক বহা চকিখনৰ পিচফালে ঠিয় হৈ আমালৈ চাই আছিল। মোৰ চকু দুটা মাকৰ ফালে ৰাখিলেও প্ৰকৃততে মই ময়ূৰীকহে চাই আছিলো। ময়ূৰীক মোৰ খুব ভাল লাগিছিল। কিয় ভাল লাগিছিল নিজেই কব নোৱাৰিছিলো তেতিয়া।

তাৰ পাচত মই ময়ূৰীহঁতৰ ভাড়াটীয়া হৈ বহুত দিন থাকিলো। এইখিনি সময়ৰ ভিতৰতে সিহঁতৰ ঘৰখন মোৰ ৰব মৰমৰ হৈ পৰিছিল। ঘৰ-ভাড়া আগতিয়াকৈ নিবলৈ ময়ূৰীয়েই মোৰ ওচৰলৈ আহিছিল। কেতিয়াবা টান পৰিলে নিমখ-তেল অকণও খুজি নিছিল; ওভোটাই দিলে মই খং কৰিছিলো। বিহুৰে-সংক্ৰান্তিয়ে সিহঁতৰ ঘৰত জল-পানৰ ব্যৱস্থা নাথাকিলে মই টকা দি হলেও সকলো যোগাৰ কৰি দিছিলো। শাৰী, ব্লাউজপিচ, আনে নেদেখাকৈ তাইক মোৰ তালৈ মাতি আনি দিছিলো। মনৰ খোৰাকৰ কাৰণে তাই কিতাপ বিচাৰিলে সস্তীয়া প্ৰেম-ৰস-পুৰ্ণ গল্প, উপন্যাসৰ কিতাপ কিনি দিছিলো। মনত চমক্ লগা বাক্যবোৰৰ তলত ৰঙা পেঞ্চিলেৰে আঁক দি তাই কিতাপবোৰ ওভোটাই দিছিল। এনেদৰে আমাৰ সান্নিধ্যই আমাৰ দুয়োকে প্ৰেম বোলা যদি কোনো



পথ আছে সেই পথেদি বহুত দূৰ আগুৱাই নিছিল। কিন্তু, এনে সান্নিধ্যৰ আঁৰতো মোৰ মৰমীয়াল মনে তাইক মোৰ পৰা সদায় এহাত আঁতৰত ৰাখিছিল। যেতিয়া পংকিলতা-প্ৰসূত মনোবৃত্তিয়ে তাইক মাথোন এবাৰৰ কাৰণে আকোৱালি লবলৈ মোক বিহ্বল কৰি তুলিছিল, তেতিয়া তাইৰ বিধবা মাকৰ মৰমীয়াল দাৰিদ্ৰ-পীড়িত চিন্তাশীল মুখখনিলৈ মোৰ মনত পৰিছিল আৰু মই কিবা এক অনাগত আশঙ্কাত সংকোচিত হৈ পৰিছিলো। কিন্তু, তথাপিও ময়ূৰীৰ চঞ্চলতাই মোৰ কাষত স্পষ্ট ভাৱে ধৰা দিছিল। তাৰেই চিন হিচাবে তাই কাৰোবাৰ পোনাকণক বুকুৰ মাজত সাৱটি লৈ মোৰ ওচৰতে ঠিয় হৈ ওপৰা-ওপৰিকৈ চুমা খাইছিল আৰু তাৰ পাচতে দৃঢ়-ভাবে সাৱটি ধৰি মোক কৈছিল— "কিমান যে মৰম লাগে দুয়াক .....।" মই মাথোন এনেয়ে একোবাৰ হাঁহি দিছিলো। এদিন কিবা এটা কথাৰ চলতে তাই মোক কৈয়েই দিছিল "বিয়া মানুহৰ এটা প্ৰয়োজন"। বুজিছিলো ময়ূৰীয়ে কাৰোবাক নকল কৰিছে বুলি। ময়ো খিতাতে কৈছিলো— বিয়া প্ৰেমৰ মৃত্যু-শয্যা বুলি। ময়ূৰীয়ে মোৰ কথাৰ উত্তৰত কৈছিল — "তেনে হলে বিয়াৰ নামত মৃত্যু-শয্যালৈ আগুৱাই নিয়া এই প্ৰেম নিশ্চয় মৃত্যুৰ পথ?" তাইৰ কথা শুনি অলপ সময়ৰ কাৰণে তভক্ মাৰি ৰৈছিলো; আৰু পাচত পুনৰ নিজৰ স্বাভাৱিক দৃঢ়তাৰে কৈছিলো "প্ৰেম এনে নীচতাৰ পৰা বহুত ওপৰত। প্ৰকৃততে ই মহান আৰু সেয়ে

মানুহক মহানতাৰ পৰা মহানতমলৈ আগুৱাই আনে, এনে সময়তে মানুহ পাথিবৰ বহুত ওপৰলৈ উঠে। প্ৰকৃততে প্ৰেমে দেহৰ সমাধি আৰু আত্মাৰ মিলনহে বিচাৰে। গতিকেই বিয়া ইয়াৰ কাষত বুজিব নোৱাৰা এটা কিবা।"

মোৰ যুক্তিত কিবা আসোঁৱাহ আছিল নেকি নাজানো; কিন্তু এইটো হলে মই জানিছিলো যে ময়ুৰী এজনী নাৰী কাৰণেই এনে ধৰণৰ বেবেৰিবাং জটিল কথাও বুজিবলৈ যত্ন নকৰে। সেই কাৰণেই ময়ুৰী নিবৰ হৈ মোৰ মুখলৈ চাই আছিল; আৰু মই অনুভৱ কৰিছিলো কিবা এটা হতাশাত যেন তাই ভাঁগি পৰি গৈছিল; তাই ৰঙা পৰি গৈছিল, আৰু মুখেৰে কিবা কিবিবোৰ বিড়বিড়াই থাকি শেহত কৈছিল— "কাপুৰুষবোৰ নিষ্ঠুৰ নহয় জানো?"

লাগতিয়াল কথাত তাই অলাগতিয়াল কথা বকিছে বুলি মই বুজিব পাৰিছিলো আৰু সেয়ে তাইক কপালত পৰি থকা অলক-ৰাশিৰ ওপৰেদি হাত বুলাই মৰম কৰি বিদায় লৈছিলো। সেই খণ্ডতে তাই পুৰা তিনিদিন মোৰ ওচৰলৈ অহা নাছিল। সেই কাৰণে তাইলৈ মোৰ মৰমো লাগিছিল বেছিকৈ। এৰা, অভিমানী নাৰীয়ে ঠেহ পাতিব জানে কাৰণেই পুৰুষৰ মৰম পায়।

মোৰ ভিতৰত এটা মহৎ শক্তিয়ে কাম কৰিছিল; এই শক্তিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ মই যৌনাসক্তিৰ দৰে প্ৰলুব্ধকাৰী ক্ষেত্ৰৰ পৰা আঁতৰি থাকি যদি কাপুৰুষ আৰু নিষ্ঠুৰ



হৈ পৰিছিলো তাৰ কাৰণে মই অলপো লাজ পোৱা নাছিলো; আৰু সেইটো কিবা লাজৰ কথা বুলিও মই ভৰা নাছিলো। ভাবিছিলো, মই পুৰুষ আৰু পুৰুষত্বৰ অধিকাৰী। সেয়েহে এনে অপুৰুষালি মোৰ কাৰণে তাৰণীয় আৰু ত্যাজ্য। কিন্তু এদিন অনিচ্ছাকৃত ভাবে মই মোৰ মতবাদৰ পৰা মাখি অহিব লগাত পৰিছিলো। মহৎ শক্তি মোৰ মনৰ ভিতৰতে আমৰি থাকিল, আৰু এক ভয়াবহ পৰিণতিৰ ফালে মই আগুৱাই যাব লগাত পৰিলো। ভাবিছিলো ময়ুৰীক যেতিয়া এদিন মই গ্ৰহণ কৰিবলৈ মোৰ মন সম্পূৰ্ণভাৱে প্ৰস্তুত, তেনে স্থলত কোনো শঙ্কাৰ ডেওনাই মোক দ্বিধাগ্ৰস্ত কৰিব নালাগে বা মই দ্বিধাবোধ কৰা উচিত নহৰ। ময়ুৰীৰ সমস্ত কলঙ্ক মই মূৰ পাতি লম। এক দুৰ্ব্বল মুহূৰ্ত্তৰ সক্ৰিয়তাইহে মোক এনেদৰে ভাবি যাবলৈ সামৰ্থ্য দিছিল। এৰা, এয়া সিদিনা খনৰ কথা, সিদিনা মানে আজি প্ৰায় সাত মাহৰ আগৰ। সেই দিনাৰ ৰাতি প্ৰথম প্ৰহৰৰ শেষত বিচনাত দীঘল দি পৰি বহুতো কথাকেই ভাবি আছিলো, ভাবি ভাবি মনটো গধুৰহৈ পৰিছিল, ঘৰলৈকো মনত পৰিছিল। মনত পৰিছিল, মা-ভনীহঁতলৈ। যাওঁ যাওঁ মনটো নিৰব নিঠৰ হৈ নাযাওঁ বুলি ৰহি আছিল। ঘৰখনৰ বাতাবৰণ মোৰ কাৰণে একেবাৰেই অসুবিধাজনক আছিল। বিধৱা মাৰ সোমাই যোৱা চিন্তাশীল মুখখনে মোক প্ৰতিমুহূৰ্ত্ততে বেজাৰমুৱা কৰি তুলিছিল। কোনো সময়ত ময়ুৰীৰ মাকৰ মুখৰ আঁৰত মোৰ মাৰ

সেই মুখখন দেখা পাইছিলো। ময়ূৰীহঁতৰো মুখবোৰ যেন দৰিদ্ৰ নিচলা ভাই-ভনীহঁতৰে প্ৰতিচ্ছবি আছিল……।

মোৰ বিশৃঙ্খল ভাববোৰ আঁতৰাই দি দুৱাৰত পৰা আঙুলিৰ টোকৰ কেইটাই মোক সজাগ কৰি তুলিছিল। 'কোন' বুলি কোনোমতে খেপিয়াই খেপিয়াই দুৱাৰখন খুললো আৰু দেখা পালো বাহিৰত আউল বাউল চুলিৰে এক নাৰী মূৰ্ত্তি; নিজকে প্ৰস্তুত কৰি লোৱাৰ আগেয়ে তাই লৰি আহি মোক সাৱটি ধৰি বহল বুকুখনৰ মাজত মুখখন দি উচুপিবলৈ ধৰিলে।

তই চাগে মোৰ কথাবোৰ শুনি পগলাৰ প্ৰলাপ বুলি ভাবিছ। সঁচা কথা জীৱেন! এয়া মোৰ জীৱনৰ প্ৰথম নাৰীৰ কথাকে কৈছোঁ। শুন,— তাৰ পিচত অস্থিৰ বিমূঢ় নাৰীজনী মোৰ দুই বাহুৰ মাজত সোমাই পৰিছিল। বাহিৰৰ পৰা কোঠাৰ ভিতৰলৈ নি বিছনাত বহুৱাই নিচেই কাষত তাইক ৰাখি সুধিলো কি হৈছে বুলি। ইতিমধ্যেই মই বুজিছিলো তাই ময়ূৰীৰ বাদে আন কোনো নহয় বুলি। হঠাৎ তাই বেজাৰমুৱা মুখখন কঠোৰ কৰি মোক কলে— "মই ময়ূৰী নহওঁ; ময়ূৰীৰ ৰূপত এজনী যখিনী; আজি মই মোৰ প্ৰাপ্য বিচাৰি আহিছোঁ আপোনাৰ কাষলৈ।" লগে লগেই তাই মোক পুনৰ আকোৱালি ধৰিলে। মই দুৰ্ব্বল হৈ পৰিলো, আৰু একো কব নোৱাৰা হৈ আন্ধাৰ নিৰৱ কোঠাটোত বহি থাকিলো। ক্ৰমান্বয়ে সৃষ্টিৰ মাধুৰ্য্যৰ স্পন্দনত অন্ধকাৰ



কোঠাটো স্পন্দিত হৈ পৰিছিল আৰু অলপ পৰৰ পাচতে তাই মোৰ পৰা শান্ত অন্তৰেৰে বিদায় লৈছিল……।

পিচদিনা দুপৰীয়া মই তাইক খোলা ভাবেই সুধিলো— দৈহিক মিলনত আত্মাৰ তৃপ্তি হয় জানো? তাৰ উত্তৰত তাই কৈছিল— "দৈহিক মিলন নহলে আত্মাৰ তৃপ্তি অপূৰ্ণ হৈয়ে থাকে, আৰু আত্মিক মিলনত দেহ তৃপ্ত হয়।" অৰ্থাৎ প্ৰশ্ন কৰিলো "কেনেকৈ" বুলি। কাৰণ তায়ে কৈছিল- "ময়ূৰীৰ ৰূপত মই এজনী যখিনী" বুলি। যখিনীয়েই। মই সোধা প্ৰশ্নৰ উত্তৰ দিব নোৱাৰে আৰু এনে বয়সত উচ্ছৃঙ্খল আৰু অযুক্তিকৰ ভাব ধাৱাই তাইৰ দৰে জীয়া-গাভৰু এজনীৰ মনত ঠাই লব পৰাই স্বাভাৱিক। তাইৰ উত্তৰত মই বুজিছিলো, প্ৰথম ডোখৰত তাইৰ যুক্তিৰ সমৰ্থন কৰিছিল আৰু দ্বিতীয় ডোখৰত মোৰ প্ৰতি এক কটূক্তিৰ ইঙ্গিত দিছিল।

সি যি কি নহওক, এনেদৰে আমাৰ মাজত ছটা মাহ পাৰ হৈ গৈছিল। দিনত প্ৰেমৰ কথাৰ মৰণা মাৰো আৰু ৰাতি জীৱনৰ জুৱা খেলো……। ময়ূৰীৰ দেহ-মুখত মই তাইৰ পৰিবৰ্ত্তন বিচাৰিছিলো। নাপালো। এটা আশঙ্কাৰ হাত সাৰিব পাৰি মনটো গুপুত আনন্দত উদ্বেলিত হৈ উঠিছিল যদিও ভাবিব লগাত পৰিছিলো। মইযে পুৰুষৰ ৰূপত অপুৰুষ। ইয়াতকৈ আৰু ডাঙৰ অভিশাপ নাই।

ছমাহৰ পিচতেই এদিন অফিছৰ পৰা উভটিছো। দুৱাৰ খুলি ভিতৰ সোমায়েই মাটিত মোৰ ঠিকনা লিখা সৰু ভাঁজ

কৰা চিঠি এখন পৰি থকা দেখিলো ! ইমান ভাগৰৰ পাচতো মুখত হাঁহি অলপ লৈ চিঠিখনৰ ভাঁজবোৰ খুলিলো । "এপ্রিল ফুল" কালিয়েই গ'ল ! কিযে ময়ুৰীজনা ; আজলী তাই ! বিছনাত বহি চিঠিখন কৌতুহল ৰাখিয়েই পঢ়ি গ'লো । তোলৈ হুবহু নকলটো পঠালো ॥ তোৰ প্রয়োজন হব—

"মৰমৰ কিৰণদা !

চিঠিখন পাই আচৰিত হৈ গৈছে কিজানি ! আজি মোৰ ইমান আনন্দ লাগিছে যে আপুনি এহালৈ বাট চাই থাকিব নোৱাৰি চিঠিকে লেখি পেলালো । ইমান আনন্দ লাগিছে, কিয় বাৰু ? তেন্তে শুনক— আজি কওঁ··· আপুনি মোৰ জীৱনৰ দ্বিতীয়-প্রথম পুৰুষ । মোৰ জীৱনৰ প্রথম পুৰুষ আছিল জীৱেনদা । জীৱেনদা মানে জীৱেন চৌধুৰী । কিন্তু, মোৰ উৰ্ব্বৰ পৃথিৱীত জীৱেনদা আছিল এক নিষ্ক্রিয় খেতিয়ক···· অক্লান্ত পৰিশ্রমী খেতিয়ক আছিল জীৱেনদা । তেখেতৰ সকলো আছিল ·· কিন্তু,···· । আপুনি নেলাগে শুনিব । মই তেখেতক আজিও প্রাণ ভৰি ভাল পাওঁ ; মৰম কৰো । তেখেতৰ মন অজস্র বাসনাই যাৰৰি আছিল ······· । আৰু বহুতো । কিন্তু ইমান সুন্দৰ জীৱেনদাই কেতিয়াবা জীৱনৰ পৰাজয়ৰ গ্লানিত কান্দি দিছিল ······· সান্তনা দিবৰ কাৰণেই মই তেখেতৰ পৰা নিৰবেই আঁতৰি আহিছিলো । যেতিয়া তেখেতে আমাৰ পৰা বিদায় লৈছিল তেতিয়া মই তেখেতৰ আগত ঠিয় হৈ এক ভীষণ প্রতিজ্ঞা কৰিছিলো, দ্বিতীয় জন্মৰ



কাৰণে মই মোৰ পৱিত্ৰতা তেখেতলৈকে সাঁচি ৰাখিম বুলি । তাৰ পিচতেই আপুনি আহিল মোলৈ প্রাচুর্য্যৰ ভাণ্ডাৰ লৈ, গৌৰ-দীপ্তিৰে দীপ্ত হৈ । আপুনি মোক প্রচুৰ কৰি পেলালে । ···এদিন, এদিন যেতিয়া আন্ধাৰৰ আঁৰলৈ ময়ুৰীৰ ৰূপত যখিনা হৈ আপোনাৰ ওচৰলৈ গৈছিলো ··· আপুনি মোক মানবী কৰিলে কিৰণদা······· ! মানবী কৰিলে !! আপোনাক মোৰ হাজাৰ ধন্যবাদ ···· । হাজাৰ অভিনন্দন । কিন্তু মই জীৱেন-দাক ঠগোৱা নাই । মই আজি জীৱেনদাৰ ক্ষমাৰ পাত্ৰী । কিমান ভাল আছিল জীৱেনদা মোৰ ··· । আৰু আপুনি···? আৰু শুনক কিৰণদা ! ই এটা নতুন কথা আপোনাৰ কাৰণে বিধবা মাৰ আমি দুজনা ছোৱালী ; মই (ধ্রুবী) আৰু ময়ুৰী । ময়ুৰীতকৈ মই কুৰি মিনিটমানৰ ডাঙৰ জন্মৰ । মই তাইৰ বাইদেৱেক । বাইদেৱেক হৈ মই তাইৰ অধিকাৰ ক্ষুণ্ণ কৰিছো । তাই মোক ক্ষমা কৰিব নোৱাৰিব । কিন্তু মই জানো, আপুনি মোক ক্ষমা কৰিব । কাৰণ মোৰ জীৱনত আপোনাক পুৰুষ বুলি স্বীকাৰ কৰিছো । আজি মই মোৰ বিষয়ে একো ভৰা নাই। কাৰণ মই জানো কেৱল আপুনি আছে । এদিন যেনেকৈ আপোনাৰ ওচৰলৈ তৃপ্তি বিচাৰি গৈছিলো আজিও ঠিক তেনেকৈ আপোনাৰ ওচৰত মোৰ দাবী— আপুনি আপোনাৰ দানক নিজৰ হাতত তুলি লব । ময়ুৰীয়ে এইকণ ত্যাগও বাইদেৱেকৰ কাৰণে কৰিব লাগিব । মই তাইৰ বাইদেৱেক । তাত আপোনাৰ কোনো ক্ষতি নহব । কিন্তু, আমি দুয়োজনী আপোনাৰ কাষত

ঠিয় হলে প্ৰবী আৰু ময়ূৰীক বাচি উলিওৱা টান হব। অন্তৰ চিনাটো এনেয়ে কঠিন। যদি অন্তৰ নেথাকে আপুনি আমাৰ মাজৰ পৰা ময়ূৰীক বাচি নিব নোৱাৰিব। এইবাৰ মই আপোনাৰ আগত দিনত ওলাম প্ৰবীৰ ৰূপতে। এজনী অন্তঃসত্বা নাৰী বুলি আপুনি মোক ঠেলি নিদিব কিৰণদা। অঙ্কুৰোদ্-গতা কোমল তৰুৱে অভিশাপ দিব। ইমানেই।

আপোনাৰ...... প্ৰবী”

চিঠিখন পঢ়ি মই কি হৈ গৈছিলো নিজেই কব নোৱাৰা হৈ গলো। হাতত থকা চিঠিখনকে আগত লৈ ভাবিছিলো মোৰ বন্ধু জীৱেন চৌধুৰীৰ কথা। মানে প্ৰবীৰ প্ৰিয়তমৰ কথা। কিন্তু ময়ূৰীক মই ভাল পাওঁ আৰু প্ৰবী ঘৰতে থাকি অন্তঃস্বত্বা, আৰু জীৱেন? সিও এটা গাঁথৰ হৈ ৰ'ল মোলৈ। তই আজি মোক কি বুলি বুজিছ কব নোৱাৰো ভাই জীৱেন! ভুল মোৰেই নে ভগবানৰেই নে প্ৰবীৰেই? তই মোৰ বন্ধু, প্ৰবী মোৰ প্ৰেমিকাৰ বাইদেৱেক আৰু মোৰ... তোৰ কি তই মোক কেতিয়াও কোৱা নাছিলি জীৱেন! মই ভুল কৰা নাই। যদিও কৰিছো কব নোৱাৰো! সেয়েহে প্ৰয়োজন নেথাকিলেও তোৰ কৰ্কৰ্থনা অসহ্য হোৱাত আজি লিখিলো মোৰ জীৱনৰ এপিঠি। আৰু থাওক। কেতিয়াবা আহিলে তই প্ৰবীক আৰু প্ৰবীয়ে লিখা চিঠিখন চাই যাব পাৰিবি। তোৰ কাৰণেই আজি সকলো কথা জনালো চিঠিৰে! আৰু তই যদি এই বিষয়ে মোক অভিশাপ দিয়, মোৰ মুখৰ পৰা কোনেও শুনিবলৈ



নেপাব। এই বিষয়ে মই জীয়াই থকা দিন কেইটাও মৌন থাকিম। আজি আৰু তোক বিৰক্ত নকৰো। ইতি।

তোৰ কিৰণ—”

কিৰণৰ চিঠিখন পঢ়ি মই থকা কোঠাটো পৃথিৱী-খনেৰে সৈতে ঘন ঘনকৈ ঘূৰা যেন লাগিল। মই যেন সকলো হেৰুৱাই নিঃস্ব হৈ পৰিলো। অৱশ্যে এইটো মোৰ কাৰণে একো নতুন কথা নাছিল। কাৰণ কিৰণে আজি যি প্ৰবীৰ কথা লিখিলে সেই প্ৰবীয়েই আছিল মোৰ প্ৰবীণা! প্ৰবীণা দত্ত। প্ৰবীণা দত্তক মই বিয়া কৰাইছিলো ব্ৰাহ্মণ, জুই আৰু সমাজক সাক্ষী কৰি। আজি পাঁচ বছৰৰ আগতে প্ৰবীণা মোৰ বেইতা তিৰোতা আছিল। এতিয়া জুই, ব্ৰাহ্মণ, সমাজ সকলোকে তুচ্ছ কৰি মোৰ আৰু প্ৰবীণাৰ মতা-মত লৈ বিবাহ বিচ্ছেদ কৰা হয়। কিৰণে নেজানে প্ৰবীণাক মই বিয়া কৰাইছিলো বুলি। জানে কেৱল কোনোবা এজনী যুগৰ আধুনিকাক বিয়া কৰাই সুখী হব নোৱাৰি ত্যাগ কৰা বুলি।

তাইৰ আন এটা নাম প্ৰবী আৰু ভনীয়েকৰ নাম ময়ূৰী। বৰ্ত্তমান প্ৰবীণাই মোক নিবিচাৰে। ময়ো প্ৰবীণাৰ প্ৰয়োজন অনুভৱ নকৰো। কাৰণ দুয়োৰে সমিলমিলৰ ওপৰত বিচ্ছেদ ঘটিছিল আমাৰ বিয়াৰ। গতিকেই প্ৰবীণাৰ ধ্বংসৰ কাৰণে মোৰ কোনো আক্ষেপ নাই। কিন্তু, মোৰ বন্ধু কিৰণক বিধৱা মাকৰ যমজ ষোড়শী দুজনীয়ে ভূত কৰিব।

কাৰণ, কিৰণৰ দৰে ডেকাৰ কোনো শক্তিমান দৃষ্টিৰ চকুৱেও প্ৰবীণা আৰু ময়ুৰীৰ আচল ৰূপটো বিচাৰি উলিয়াব নোৱাৰিব।

চিঠিখন হাতত লৈ প্ৰবীণা আৰু কিৰণৰ কথাকে ভাবিলো। দীঘল দীঘল উশাহবোৰ ঘন ঘন কৈ সলনি কৰিছিলো এনেয়ে। তাৰ মাজতে কিৰণলৈ লিখিম বুলি ভাবিছিলো। ভাবিছিলো প্ৰবীণাৰ মাকৰ কথা লিখিম। প্ৰবীণা কোন আৰু কি! ময়ুৰীক তই চিনি নেপাবি কিৰণ! আৰু প্ৰবীণা ময়ুৰীৰ মাক আছিল অবৈধ জীৱন যাপন কৰা এগৰাকী বিশ্বপ্ৰিয়া। মোৰ ভুল হৈছিল প্ৰবীণাক বিয়া কৰোৱাতো। সিহঁতৰ ভাড়াটিয়া ঘৰটো জীৱিকাৰ উপলক্ষ্যহে আছিল। তথাপিও ভাবি থৈছিলো যদি কেতিয়াবা কোনোবা নাৰীৰ স্পৰ্শলৈ আহিব লগা হয় তেন্তে মোৰ দৰে এটালৈ প্ৰবীণাৰ সান্নিধ্যই সকলো। এতিয়া নহয়, প্ৰয়োজন হলে প্ৰবীণাৰ সান্নিধ্য বিচাৰিম। কিন্তু, এতিয়া ? এতিয়া তাইৰ সান্নিধ্যই মোৰ মৃত্যুৰ কাৰণ হব। মই মৃত্যুক ইমান সহজে সাৰটি লব নোখোজো।

—:•:—

# চাহ দিয়া ছোৱালী

মনৰ উদ্বিগ্নতাত উদয় হোৱা কবিতাৰ কেইটামান শাৰী বহিখনত লিখি খোলা খিড়িকিখনেদি দূৰৈৰ টকলা পাহাৰ কেইটালৈ চাই পঠিয়ালো। পাহাৰৰ বুকুত থকা খাছীগাঁৱৰ দুই এটা ঘৰ ৰিণিকি ৰিণিকি দেখি। পুৱাৰ বেলি তেতিয়া এড়াঁৱমান উঠিছে। শেষ বসন্তৰ বতাহ জাকে পদূলিৰ মূৰত থকা পাইন পুলিটো কঁপাই যায়। নামনিৰ টিলাটোৰ ওপৰত থকা ঘৰটোৰ পৰা ৰেডিঅ'টোৰ উটি অহা সঙ্গীতৰ সুৰ বতাহৰ লগত মিলি মোৰ কাণ পৰশি যায়। বতাহত খিড়িকিৰ পৰ্দ্দা উৰি মোৰ চুলিবোৰ অসংযত কৰি তুলিছে। চকুৰ আগেদি পাৰহৈ যোৱা ডাৱৰ ৰখলালৈ হেপাহ পলুৱাই চাই পঠিয়াওঁ। মনত এনে লাগিল যেন কবিতাৰ সমলহে পালো, আকৌ লিখিলো—

মোৰ জীৱনৰ আঁউসী নিশাত
চকুৰি তৰাই উচুপি কান্দে।
তুমি হিৰন্ময়ী,
তোমাৰ ৰূপত, হেজাৰ চাকিৰ পোহৰ বিচাৰি
পাওঁ।

লিখি শেষ হোৱাৰ লগে লগেই মই চকুখাই উঠো কাঞ্চাটোৰ কৰ্কশ মাতত— "বাবু ভাত হোগেয়া, গোছল কৰিয়ে। খং উঠিছিল তাৰ মাতত, মোৰ কবিতা লিখাৰ মুডটো বেয়া

কৰি দিয়াৰ কাৰণে। কিন্তু, বেচাৰাটোলৈ মৰম লাগে! ওখই-পাখই নিপোটল তাৰ দেহটোৰ গঠন, চালবগা, ক'লা-চকুযোৰবে সৈতে ধুনীয়া তাৰ গোলাকৃতি মুখখন। সদায় হাঁহি মুখে থাকে। পুৱাই উঠি পাইপৰ পানী ধৰে। চাহ কৰি 'বাবু'হঁতক জগাই দিয়ে। তাৰ পিচত ন টা বাজিলেই "ভাত হোগেয়া" কথাষাৰেৰে সকলোকে সজাগ কৰি দিয়ে।

* * * *

তিনিকুৰি টকীয়া কেৰাণীয়ে দহবজাৰ পৰা চাৰেচাৰি বজালৈকে অফিচত মূৰ ঘমাই বহি থাকিব লাগে। এৰা, টকা তিনিকুৰিৰ কাৰণেই! তাতকৈনো আৰু কি বেছি আশা কৰিব পাৰে বি, এ বা বি, এ ফেইল কেৰাণী এটাই? কেতিয়াবা ভাবো— পহিলা তাৰিখটোৰ দৰে যদি মাহটোৰ গোটেই কেইটা দিন হলহেঁতেন। মাহটোৰ চতুৰ্থ সপ্তাহটোৰ শেহৰ দিন কেইটাৰ জীৱনটোৰ কথা ভাবিলে বেয়া লাগে। কাঞ্চাটোক আজি দুদিনমান মই মাতবোলকে কৰা নাই। মেছটোৰ ভিতৰত সি মোকেই বৰ ভাল পায়। সি মোক "কম্পজ বাবু'বুলি মাতে। কাৰণ, মই প্ৰেছত কাম কৰো, সেইটো সি বৰ ভালকৈয়ে জানে। তাক মযে প্ৰেছৰ আবদালি কামৰ পৰা আঁতৰাই আমাৰ মেছৰ 'বয়' কৰি লৈ আহিছিলো। 'প্ৰিণ্টাৰ বাবু'ৰে গালি পাৰিলে "চুৰৰ কা বাচ্ছা" বুলি। সি নেপালী ব্ৰাহ্মণৰ লৰা, "চুৰৰ কা বাচ্ছা" গালি সি সহ্য কৰিব নোৱাৰিলে সি গালি খাই তাৰ 'প্ৰিণ্টাৰ বাবু'ৰ ৰক্ত যোগান ধৰাৰ হান-



ভেৰি হলেই। এয়েমাত্ৰ তাৰ গালি খোৱাৰ কাৰণ। তাৰ পৰা কাম এৰি আমাৰ 'বয়' হৈ আছেহি। সি দৰ্মহা পালেই মোৰ হাতত্তে জমা ৰাখেহি। কয়—'আভি ৰাখ দিজিয়ে বাবু, পুজাকা সময়মে লাগেগা' মযো ৰাখি থওঁ বাক বুলিয়ে।

'ভাত হোগয়া' বুলি কোৱাৰ লগে লগেই মই কলমটো বন্ধ কৰি চকিখন পিছুৱাই খৈ বহাৰ পৰা উঠিলো। সি ওচৰ চাপি আহি টেবুলত ভেজাদি কয়— "আপুনি বাবুজী হৰদম কিবা লিখি থাকে। বহুত বহুত লিখে, বাপ …!" মই সোধো তাৰ উত্তৰত— হে'ৰ ভাত হলেইনে? এতিয়া কিমাননো বাজিল অ'?

কথা কৈ কৈ গৰ্গৈৰ টেবুলত থকা ঘড়িটো চাই ন টা বাজি পশিচ মিনিট পাৰ হোৱা দেখিলো। গা আৰু ধোৱা নহ'লেই। ভৰি-হাত ধুই ভাতকে খাবলৈ বহিলো আমি সাতোজন। মেছটোত আমি সাতজন থাকো। মোত বাঙে এটাইকেজন অফিচৰ কেৰাণী। তেওঁলোক সদায় দহ বজাত হাজিৰ হব লাগে অফিচত, ছুটী চাৰেচাৰি বজাতহে। মোৰ ভাগ্যত সেইটো নহ'ল; কেতিয়াবা অভাৰ টাইম খাটিবলৈ সোনকালেই যাব লাগে; আকৌ কেতিয়াবা পলমকৈও আহিব লাগে। এয়ে 'কম্পজিতৰ'ৰ জীৱন! কেৰাণীবোৰৰ-নো কি? ফাইলৰ পাত লুটিওৱাৰ কোবত সাথি উৰি আঁতৰি যাবলৈ সময় নেপায়। এই কামকে কৰি দুৰৰা, ফুকন, শইকীয়াহঁতে বি, এ পঢ়িছে। মই কিন্তু, একো পাচ নহওঁ

আৰু পঢ়াও নাই। চাৰিবাৰ প্ৰবেশিকা পৰীক্ষা দি পাচ কৰিব নোৱাৰি 'কম্পজিতৰ' কামত সোমোৱা আজি তিনিমাহ হ'লহি। কোনোমতে টানি মানি চলি আছো। স্কুলীয়া ছাত্ৰহে থাকোঁতে 'কেপ্ষ্টেন্' চিগাৰেট্ খাইছিলো; আজিকালি খৰচটো একেবাৰে কমাই দি 'বান্দৰ বয়' বিড়িকে ধৰিছো। ছুৱানীটোত এধোপ পোৱা যায়, আৰু লগৰ দুই চাৰি জনক যাচি ভদ্ৰতাও ৰখাব পাৰি।

কিবা কিবি কথা আলোচনা কৰিয়েই ভাতখোৱা শেষ কৰিলো। ভাত খাই ওলাই অহা ছুৱাৰ মুখতেই কাঞ্চাই সদায় তামোল কাটি সাজুকৈ ৰাখে। তাৰে এখন মুখত ভৰাই ওলাই আহিলো। তেতিয়া দহ বাজিবলৈ পোন্ধৰ মিনিট বাকী। লৰা লৰিকৈ কাপোৰ পিন্ধি হাতত ছাতিটো লৈ বাহিৰ ওলালো। তেতিয়া বাহিৰত কিন্ কিনিয়া বৰষুণ পৰিয়ে আছে।

* * * * *

প্ৰেছৰ পদুলিৰ পৰাই বাৰাণ্ডাখন ভালকৈ দেখি। বাৰাণ্ডাৰ বেলিঙত ধৰি মাৰ্গৰেটে সদায় মই অহালৈ বাট চাই থাকে। তাই চাহ দিয়া ছোৱালী। দেখাত তাই বৰ আজলী! বাপেক আছিল তাইৰ হিন্দুস্থানী, মাক খাছীয়া। হিন্দী তাই ভালকৈয়ে কব পাৰে, নকয়। সৰহ ভাগ তাই খাছীয়া ভাষাকে কয়। মোৰ পৰা আৰু আনৰ পৰা দুই এষাৰ অসমীয়া কবলৈ শিকিছে। আৱশ্যকীয় কথা কেইআষাৰ তাই আমাৰ লগত ভঙা ভঙা অসমীয়াতে কয়।



মোক দেখি তাই হাঁহি এটা মাৰি কলে—" হাজৰিকা বাবু; ইমনা পলম কৰিলে কিয়......?" মই তাইৰে কথা ভাবি আহোঁতে আহোঁতেই তাইৰ কথাৰ উত্তৰ দিবলৈ পাহৰি গৈছিলো। ছাতিটো জপাই বাৰাণ্ডাৰ খট্খটিত ভৰি দিয়াৰ লগে লগেই তাই পুনৰ সোধে। মই দৈনন্দিন প্ৰশ্নৰ উত্তৰ দিয়াৰ দৰেই কওঁ—ভাত হোৱাত পলম হ'ল মাৰ্গেৰেট্। সেই কাৰণেই......। তাইক কথা কৈ অলপ ৰেয়া লাগিল। যোৱা মাহৰ চাহ খোৱা টকা তাইক দিয়া নাই। এই মাহৰ তো আছেই। এইবাৰ দিবই লাগিব। এৰা, চাহৰ পইচা দিওঁতেই 'এলাৱেঞ্চ' খিনি যায়। অ'ভাৰ টাইম খাটিনো টকা কেইটা পাওঁ? সি যি কি নহওক, এইবাৰ তাইক টকা অলপ দিবই লাগিব।

মই জপাই লোৱা ছাতিটো তাই হাত পাতি ললে। ময়ো এৰি দিলো ৰৰষুণত তাই ক'ৰবালৈ যায় বুলি। .... বেচাৰী মাৰ্গেৰেটজনী! মৰম লাগে তাইলৈ। পুৱাৰ পৰা আবেলি-লৈকে চাহ যোগায় প্ৰেছকৰ্ম্মী সকলক। মাহেকৰ মূৰত পইচা নিয়ে। কোনোটোৰ পৰা দহটকা কোনোটোৰ পৰা পোন্ধৰ টকা; আৰু কোনোটোৰ পৰা কমেই বা বেছিয়েই। মোৰ দিবলগা খুব কম হয়। অতি বেছি হলে মাহেকত দহটকা। বন্ধু বান্ধৱ নাহেই। 'কম্পজিতৰ' মানুহ বুলি সকলোৱে ঘিণ কৰে যেন পাওঁ। পুৱা-গধুলি মোক লগত লৈ তেওঁলোকে ফুৰা-চকা কৰিবলৈও সংকোচ কৰে যেন পাওঁ। কৰিবই।

কাৰণ হুকুবিপোন্ধৰ টকায়া দৰ্ম্মহাৰে মই কি গৰম কোট পেণ্ট লম। বেছি জাৰ লগা যেন অনুমান কৰিলে বাইদেৱে দি পঠোৱা এড়িয়া কাপোৰ খনকে লৈ যাওঁ। পিন্ধো বহলকৈ চিলোৱা পায়জামাটো আৰু দীঘলহাতৰ কামিজটো। স্বাবো হাতহুটা কোচাই লওঁ কাম কৰিবলৈ অসুবিধা হয় বুলি। এয়ে মোৰ ছিলঙৰ সাজ-পোছাক। বকৰাইঁতৰ দৰে গৰম কাপোৰ লবৰ কাৰণে টকা ঘৰৰ পৰা অনাৰ মোৰ কোনো সুবিধা নাই। দেউতা নাই। সকতে ঢুকাল। ককাইদেৱেও চৰকাৰী চাকৰি নকৰিলে। কৰা হলে টকা মোৰো কিজানিবা আনিব পাৰিলোহেঁতেন ……। নৰৌজনীয়ে ‘ৰেছিক’ত মাষ্টৰণী কাম কৰে। তাৰেই চলে ঘৰখন যেনেতেনেকৈ। আয়েও এনেয়ে বহি নেথাকে। তাঁতৰশালত এজোৰ কাপোৰ বাৰতিকাল থাকিবই।

প্ৰেছত গৈ সোমোৱাৰ লগে লগেই কামৰ বোজাৰে যোগালি আহি হাজিৰ হ’লহি। ময়ো লাগি গলো আখৰ গাথিবলৈ। ক্ৰমে ‘এ’ৰ পাচত ‘ডি’, তাৰ পাচত আৰু কি কোনে জানে! প্ৰথমেই ‘এ’ৰ পাচত ‘ডি’ আখৰটো বিচাৰি কুৰেঁাতেই এপৰবেলি যায়। এতিয়া আৰু নহয়। এতিয়া ‘এ’ৰ পাচত ‘ডি’ আৰু তাৰ পাচত সকলোবোৰ আখৰ মোৰ, আঙুলিৰ মূৰত।

সময় বেছি হোৱা নাছিল। মাত্ৰ তিনিটা লাইন হে গাথিছো। এনেতে মাৰ্গেৰেটে চাহ লৈ সোমাই আহিল



পোনে পোনেই মোৰ ওচৰলৈ। তেতিয়া বাহিৰত বৰকৈ বৰষুণ পৰিছে। প্লেটখনৰ ওপৰত কাপটো থৈ তাই চাহ বাকে। তাই কাপলৈ চাই চাহ নেবাকে যেনেই পাওঁ, বহুতো পেলালে চাহ। মই আখৰ গাথিবলৈ এৰি বাছ্ বাছ্ বুলি কওঁ। তাই মোৰ মুখৰ ফালে চাই এটা তৃপ্তিৰ হাঁহি মাৰি কয়—“চাহ পৰিল ককাইদেউ।” তাই ‘ককাইদেউ’টো মোৰ পৰাই শিকিছে। দীঘলীয়া সুৰ লগাই কয় ‘ককাইদেউ’টো। শুনিবলৈ বেছ ভাল লাগে তাইৰ মুখত সেই মাতষাৰ। তাই চাহ খোৱা-নোখোৱাৰ প্ৰশ্ন সুতুলি চাহৰ লগত খাবলৈ এটা ‘ক্ৰিমৰ’লাৰ’ দি গুচি যায়।

তাই আনৰ লগত দৰকাৰী কথাৰ বাজে অন্য কথা নাপাতে। মোৰ লগত হলে তাই বহুতো কথাকে পাতে— চঞ্চল হৈ নহয়, ধীৰ-স্থিৰ ভাৱে। আন কথা নহয়, মই পোৱা দৰ্ম্মহাৰে কেনেকৈ ছিলঙত চলো, কোট এটা লোৱা নাই কিয়? কাপোৰখন লৈ নাহিল কিয়? ইত্যাদি বহুত কথা সোধে। যেন বেথা ভৰা অন্তৰ খনত তাইৰ মৰমৰ ধাৰাহে বৈছে; কিহৰ কাৰণে নাজানো। …… তেতিয়া বৰষুণজাক বৰ বেছিকৈ আহিছে। জাৰও পৰিছে যথেষ্ট। প্ৰেছৰ কৰ্ম্মীবোৰে জাৰতে চিমনিটো জ্বলাই শ-ত শগুণ পৰাদি পৰিছে। আখৰ গাথি গাথি সেঙেতা লগা হাত সেকিছে। মই কিন্তু যোৱা নাই। বৰকৈ জাৰ লাগিছে যদিও আখৰ গাথিবলৈ এৰা নাই। জাৰ লগা দেখি জেপৰ পৰা বিড়িকে এটা উলিয়াই

হোঁপিলো। এনেদৰে বহুত সময় পাৰহৈ গ'ল। এনেতে মাৰ্গেৰেটে কাপোৰ এখন লৈ ওচৰতে থিয় দি কয়—"বাবু কাপ্‌ৰা লওক। নাহি ত ঠাণ্ডা লাগিব।" কাম এৰি তাইৰ ধুনীয়া মুখখনলৈ চাই ভাবিলো— ইমান দৰদ কিহৰ? কৰ্ত্তব্যৰ নে অনুপ্ৰেৰণাৰ। মইহে অকল আছোনে তাইৰ মৰমৰ......? মই তেনেকৈ চাই থকা দেখি তাই কাপোৰ খন মোৰ গাত মেৰিয়াই দি দুখন তামোল টেবুলতে থৈ জাঁতৰি যায়। মই তাইৰ কথাকে ভাবি তামোল এখন মুখত ভৰাই আকৌ কামত লগি গলো মনপুতি। চৌধুৰীয়ে চিম্‌নিটোৰ কাষৰ পৰা গল্‌হেঁকাৰি মাৰি মোক ঠাট্টা কৰা মোৰ কাণত পৰিছিল যদিও মই কোনো সন্নিধান নিদিলো। ভাবিলো— মানুহবোৰ বৰ সন্দেহি, মাৰ্গেৰেটক আৰু এনে কৰিবলৈ দিব নোৱাৰি। তাইক মানা কৰি দিব লাগিব মোৰ প্ৰতি এনে ব্যৱহাৰ কৰিবলৈ। নহলে এই "কম্প-জিতৰ' জাকে মোক ওলাব নোৱাৰা কৰিব। আৰু, আৰু আছে সমাজ! সমাজখনলৈতো ভয় কৰিব লাগিবই। এৰা, সমাজখন নোহোৱাহলেই ভাল আছিল। মাৰ্গেৰেটক নাইবা মান এজনী মাৰ্গেৰেটক লগত লৈ জীৱনৰ বাকীছোৱা কাল কটাই দিব পাৰিলোহেঁতেন। কিন্তু, মই হলো তেনেই দুখীয়া।

ডেবটামান বাজিল। বৰষুণ জাক তেতিয়া অলপ পাতলিছে। অলপ পিচতে ৰ'দও দিব কিজানি। এৰা,—



ছিলঙৰ বতৰৰ কথা বুজিব নোৱাৰি, পগলা বতৰ চঞ্চলা, চপলা। এই পাহাৰী ষোড়শীহঁতৰ দৰেই পগলা ইয়াৰ বতৰো। মই কাপোৰখন গাৰ পৰা খহাই কে'চটোৰ একাষে থৈছো! এনেতে মাৰ্গেৰেটে চাহৰ কেট্‌লীটো লৈ সোমাই আহিছে মোৰ ওচৰলৈ। একাপ চাহ ৰাকি মোলৈ আগুৱাই এখন 'টষ্ট' দি খাবলৈ কলে। কাপ-প্লেটৰ পাচিটোত বাকীতোলা দীঘলীয়া খাতাখন দেখি মোৰ তাৰিখটোলৈ মনত পৰিল। মাৰ্গেৰেটক সুধিলো, তাই পহিলা তাৰিখ বুলি কলে। এৰা, পহিলা তাৰিখটোৰ কাৰণে ভয় লাগে। মাহটোৰ প্ৰথম ভাগটোত নিজকে কেপিটেলিষ্ট যেন লাগে। মধ্যভাগ চলিযায় যেনেতেনেকৈ। কিন্তু, শেহৰ দিন কেইটালৈ চাই বিপ্লৱ কৰিবৰ মন যায়। এইবোৰ ভাবিলে মনটো কিবা কিবা লাগি যায়। কেলেণ্ডাৰ খনলৈ চাই দেখিলো সচাকৈয়ে আজি পহিলা তাৰিখ। লগৰ কৰ্ম্মীসকলৰ দুই এজনে দৰ্ম্মহা আনিছেগৈ; আৰু দুই এজনে আনিবলৈ গৈছে। দৰ্ম্মহাৰ কথা ভাবি মই মাৰ্গেৰেটক কলো— তোৰ পয়ছা আজি দিম, অলপ পিচত আহিবি দেই। পাৰো যদি এৰেকলগে যোৱা মাহৰ খিনিও দিম।

কথাখিনি তাই কৃত্ৰিম খং দেখুৱাই বহীখন উলিয়াই মোৰ নামটো লিখা পাতটো বাহিৰ কৰি অভিমানৰ সুৰত কয় "পোইচা আভি নিকলাও, আভি নিকলাও।" মুখখন সিঙতাই পুনৰ কয়—"ক্যা হৰদম পেইচা পেইচা। ক্যা পেইচা বহুত

হ্যায় ?" তাই কথা কৈ মোৰ ওচৰৰ পৰা উচাৎমাৰি আঁতৰি যায়। মই বুজিলো যে তাই মোৰ ওচৰলৈ পইচা সাধিবলৈ অহা নাছিল। আহিছিল চাহ দিবলৈহে। চাহ শেষ কৰি ময়ো উঠিগলো দৰ্ম্মহা আনিবলৈ। দৰ্ম্মহা লৈ আহোঁতে বাৰাণ্ডাতে মাৰ্গেৰেটক লগপাই সুধিলো মোৰ বাকী কিমান আছে বুলি। তাই যেন অতি বিৰক্তিৰে বহীখন উলিয়াই দুয়ো মাহৰে উনৈশ টকা বাৰ অনা দেখুৱাই দিলে। ময়ো এতিয়াই দিয়া ভাল বুলি দহটকীয়া নোট দুখন তাইৰ হাতত দিলো। বহীখনৰ মাজতে নোট দুখন সুমুৱাই লৈ তাই গুছি গ'ল, ময়ো গুছি আহিলো। ভাবিলো, উনৈশ টকা বাৰঅনা দুমাহত একো বেছি হোৱা নাই। চৌধুৰীয়ে 'বিচি'ৰ পৰা চাহ খায়, আৰু মাহে বিশ টকা হয়। মোৰ দেখোন আজি দুমাহে খোৱা বাকী মুঠে একুৰিহে। এই মাৰ্গেৰেট জনীয়ে চাহ দি লিখিবলৈ পাহৰেই যেন পাওঁ। কিজানি তাই আনক চাহ দি বেছিকৈ লিখে···। মই দিনটোত চাৰি পাঁচবাৰকৈ চাহ খাওঁৱেই। কি কৰে তাইহে জানে। মই ভাত খাই অহা নহাৰ কথা তাই প্ৰায়েই সোধে। ভাবো, জানোচা কথা পতাৰে সুবিধা বিচাৰে। অৱশ্যে তাই 'বিচি'ৰ দৰে যাৰে তাৰে লগত কথা পাতি চেলচেলাই সুকুৰে। 'বিচি'য়েও চাহ দিয়ে আমাৰ দলটোৰ কেইজনমানক। তাই মাৰ্গেৰেটতকৈ সুন্দৰী। চকুত সৌন্দৰ্য্য বঢ়োৱা চশমাজোৰ, মুখত মিচিকি হাঁহিটো সকলোৰে প্ৰতি আছেই। খোজত তাইৰ ককাল



হালে, চকুৰ বেকা চাৱনিটোত স্পষ্ট হৈ উঠে তাইৰ পাতল ৰঙা ওঁঠত থকা হাঁহিটো। বাংচালী ৰাঙলী তাই। তাইক লৈ চৌধুৰী, গাঙ্গুলী, ডেকাহঁতে নানান আলোচনা কৰে। তায়ো সিহঁতক চাহ দি সিহঁতৰ লগত মিলি যায়। সিহঁতক আমোদ দিবৰ কাৰণেই নানান কথা কোৱা তাইৰ এক প্ৰকাৰ ব্যৱসায়ৰ দৰেই। সিহঁতো জীয়াই থাকিব লাগিব আৰু ব্যৱসায়টোকো জীয়াই ৰাখিব লাগিব। কিন্তু, মাৰ্গেৰেটে তাইক দেখিব নোৱাৰে তাইৰ চঞ্চল গতিৰ কাৰণে। 'বিচি'ক বহুতে ভাল পায়; তাইৰ পৰা বহুতে চাহ খায় ৰঙা ওঁঠৰ হাঁহিটো দেখি। সিহঁত বৰ দৰদী, সিহঁতে চাহ দি কেৱল পয়চাকে নিনিয়ে, নিয়ে অন্তৰো, আৰু সিহঁতৰ মুখৰ হাঁহিত, মাতৰ লালিত্যত মোহ যায় ভৈৰামৰ ডেকাবোৰ···। সিহঁতৰ কাৰণেই বহুতে জীৱন দিবলগা হয়। কিন্তু, মাৰ্গেৰেটজনী। তাই বৰ নিৰ্জ্জু প্ৰকৃতিৰ ছোৱালী বুলি ধাৰণা হয়। আটিল দেহটোৰে সৈতে বৰ ভাল লাগে তাইক। 'মাধুৰী' বুলি মাতিবৰ মন যায় কেতিয়াবা।

মই পুনৰ কামত লাগি যাওঁ। তাই আহি মোৰ 'কে'চ' টোৰ ওচৰত থিয় হৈ ক্ৰমাৎ চলিথকা হাতখনলৈ অপলক দৃষ্টিৰে চাই থাকে। তাই অহা দেখি মই কাম এৰি বৈ যাওঁ। তেতিয়া আকাশৰ ডাৱৰবোৰ ঠেলি বেলিয়ে তাপ· মিহলোৱা পোহৰবোৰ বিলাইছে ছিলঙৰ ওপৰত। মই তাইলৈ চোৱা দেখি তাই কলে—'খুব কাম কৰাহে ককাইদেউ।'

দীঘলীয়া সুৰ লগাই ওঠত হাঁহি অকমাণ লৈ কয়। মই উত্তৰ দিয়াৰ লগে লগেই তাই প্লেটখনৰ ওপৰত কাপটো দি চাহ বাকি দিয়ে। মই কওঁ—এৰা মাৰ্গেৰেট। কামতো কৰিবই লাগিব। তাই কলে—"চাহ খাওক, 'জিনবাম' দিব নেকি ?" মই কলো—নেলাগে মাৰ্গেৰেট। 'জিনবাম' চাহৰ লগত খোৱা বস্তু। সিহঁতৰ ভাষা বুজিব নোৱাৰো। তায়ো অসমীয়া ভালকৈ নুবুজে; নেজানে। যি দুই এটা শিকাই দিওঁ তাকে তাই পৰাই মোৰবাই ব্যৱহাৰ কৰে। শুনি বৰ ভাল লাগে, যেন অমাতৰ মাতহে।

চাহ দি তাই যায়গৈ। ময়ো চাহৰ কাপত সোহা এটা মাৰি ভাবো, কিমান অজটিল তাইৰ মনৰ ভাববোৰ! তাই মানুহবোৰক বৰ সহজ বুলি ভাবি লৈছেনেকি ? তাই মোক ভাল পাবলৈ ইচ্ছা কৰে বোধকৰো। নহলেনো তাইৰ কিয় ইমান দৰদ মোৰ প্ৰতি। ছিলঙলৈ অহাৰ আগতে কত শুনিছিলো—অমুকে খাছীয়ানী ৰাখিলে। অমুকে খাছীয়ানীৰ কাৰণে জীৱন দিলে, যেন 'হেক্টৰ' 'একিলিজে' ট্ৰয় নগৰৰ সুন্দৰী 'হেলনৰ' কাৰণেহে জীৱন দিলে। এসময়ত খবৰ কাগজতো লিখিছিল 'ছিলঙত কুৰি শতিকাৰ হেলেন' বুলি। ভয় লাগে ইয়াত;—'হেলন'ৰ কাৰণে 'একিলিজ' বা 'হেক্টৰ' হৈ যুদ্ধৰ সৃষ্টি কৰিবলৈ। কিন্তু, মাৰ্গেৰেট যেন তেনে জটিল নহয়। 'হেলেনো' নহয় যে মই 'হেক্টৰ' বা 'একিলিজ' হব লাগিব। মুঠতে ছোৱালীজনী অজটিল।



মনত পৰে গাঁৱত এৰি থৈ অহা জোনাকীজীনলৈ···। ভাবিছে চাগৈ মোৰ জীৱন কৰাইদেৱে ছিলঙত ধন ঘটিব··· ধন, সৰহ ধন। তাৰ পিচত হিঃ হিঃ কৈ হাঁহি দিছে চাগৈ। নালিমা, জেতুকীহঁতৰ আগত কৈ চাগৈ গৌৰৱ কৰে। তায়ো বৰ আজলী। এনেয়ে পঢ়িলে ইংৰাজী স্কুলত। কথাই ৰতবাই একো নপঢ়া যেনেই লাগে। তাই মোক বৰ ভাল পায়। মাকেও মোক মৰম কৰে নিজৰ লৰাৰ দৰেই। কিবা ভাল বস্তু অকমাণ পালে তাৰে অকমাণ মোলৈ সাঁচি ৰাখিবই। আধাখোৱা বস্তুৰ পৰা আধা কাঢ়িখোৱা স্বভাৱটো এৰিব নোৱাৰিলে তাই। মই জিলাৰ পৰা ঘৰলৈ আহিলে তাইলৈ কিবা এটা যদি নানো দুদিনমানলৈকে তাই মুখ ওফোন্দাই থাকে। বৰ একচিতিয়া জোনাকীজনী। মই তাইক জোনা বুলি মাতো, তায়ো বোলে ভাল পায় জোনা বুলি মাতিলে। জোনাকী নামটো হেনো পুৰণি নাম। তাৰে প্ৰত্যুত্তৰত দিয়ে মৰম মিহলি এষাৰ মাত। বিনিময়ত নহয়, সেইটো তাইৰ অভ্যাসেই। তাই আজলী! ইমান নিৰ্জ্জু! কিন্তু, তাই অবুজ! কৰা এটাত লাগিলে ওঁকৰা লগাদৰে লাগে।

* * *

নতুন পুৰণি বহুতো কথা ভাবিলো চাহকাপ হাততলৈ। চাহকাপ শেষ কৰি আকৌ কামত লাগি গলো। তাকে দেখি চৌধুৰীয়ে কয়—"হাজৰীকা। ইমান কাম কৰা বেয়া দেই। খাওঁতা নহলে মিছায়ে নাখাটিব।" মোৰহে খাওঁতা

নাই ? চৌধুৰীয়ে নাজানে মোৰ খাওঁতা আছেনে নাই । অন্ততঃ অইন নহলেও নবৌ, ককাইদেউ আৰু আইৰ কাৰণেতো ভাবিব লাগিব ! তেওঁৰ কথাত মই একো নকলো । মাত্র এবাৰ তেওঁলৈ মূৰদাঙি চাই হাঁহি এটা মাৰিয়েই সমিধান দি আকৌ কামত লাগি যাওঁ কিবা এটা প্ৰেৰণাতে । কিন্তু, সময়মতে বিড়ি এটাযে পুৰিব লাগে সেইটো পাহৰা নাছিলো । ভাল লাগে বিড়িটো হুপি ।

কামৰ মাজেদিয়েই ভালেমান পৰ পাৰ হৈ গ'ল । ঘড়িটোত চাৰিটাৰ কোব পৰিল । লগে লগেই মাৰ্গেৰেট আকৌ আহি হাজিৰ । এখন ভাঁজ দিয়া কাগজ কে'চটোৰ ওপৰতে থৈ কাপোৰখন লৈ গ'ল । ছাতিটো কে'চটোৰ কাষত তাই আঁৰি থৈ যোৱা কবই নোৱাৰিলো । দিযোৱা কাগজখন টিপতে খুলিলো আনে নেদেখাকৈ । লিখিছে যে মই যেনে তেনে আজি আবেলি পাঁচটা বজাত অমুকখন দোকানত তাইক লগ দিব লাগে । নগলে তাই বৰ বেয়া পাব । মই চিঠিখন পঢ়ি হতাশ হলো । আকৌ কি বিপদৰ সূচনা······ ? বজাৰৰ বাজ-আলিব কামৰ দোকানত মাৰ্গেৰেটক লগত লৈ বা-বনাই ফুৰিম······ । প্ৰমাদ গণিলো ! কি কৰা যায় ? সময় মাত্ৰ এঘণ্টা বাকী, তাতে আকৌ লিখিছে 'যেনেতেনে' । ভাবিলো—মোক এইবাৰ 'খাছীয়ানীয়ে' পালে । আজি দৰ্ম্মহা পাইছো, তাৰে বিশ টকা দিলোয়েই আৰু নো কি ? নানান কথা ভাবি চিন্তি যাওঁ নেযাওঁকৈ অৱশেষত



যোৱাটোকে ঠিক কৰিলো । আকৌ ভাবিলো—যদি তাইক কিবা কিনি দিব লাগে তেন্তে অহা মাহটো চলিবই নোৱাৰিম । ঘৰ ভাড়া, কাঞ্চাট্টোক দিব লগা আৰু কত কি আছে কোনো ঠিকনা নাই । চৌধুৰীৰ পৰাই দহটামান টকা ধাৰলৈ নিব লাগিব । তেওঁক খুজিলে বিমুখ নকৰে ।········· চাই থাকোতেই মিনিটৰ কাটা পাঁচটাৰ ঘৰ পালেগৈ । ময়ো চৌধুৰীৰ পৰা টকা দহটা জুকৰী বুলি কৈ জেপত সুমুৱাই ছাতিটো হাতত লৈ ওলালো অপ্ৰত্যাশিত হেন্দোলনি এটা বুকুত সামৰি ।

উল্লেখ কৰা দোকানৰ বাৰাণ্ডাত মাৰ্গেৰেট আৰু এজনী ছোৱালী থিয় হৈ থকা আলিবাটৰ পৰাই দেখিলো । মোক দেখিয়েই মাৰ্গেৰেট আগবাঢ়ি আহিল বাটলৈ । আনজনী তাতে বৈ আছিল । তায়ো যে মোক একো নোকোৱাকৈ আছিল এনে নহয় । তাইৰ কথামতেই মই সিহঁতক চাহ খুৱাবলৈ বাধ্য হলো । তাৰপৰা বাহিৰে বাহিৰে চাহৰ দোকানলৈ গলো । তাতে চাহখোৱাৰ পৰা আৰম্ভ কৰি বহুতো কথা পাতিলো । লগৰজনীয়ে মোৰ আৰু মাৰ্গেৰেটৰ ফালে চাই ইঙ্গিতেৰে জোকোৱা মোৰ চকুত ধৰা পৰে ।

চাহখোৱা শেষ কৰি মাৰ্গেৰেটৰ কথামতেই আকৌ উক্ত দোকানলৈ গলো । দোকান পালোগৈ যদিও একেটা কথাই মোক খুন্দিয়াবলৈ ধৰিলে । এনেকৈ মতাৰ কাৰণ কি ? ক্ষন্তেক পিচতে মাৰ্গেৰেটে দোকানৰ মেনেজাৰৰ হাতৰ

পৰা চান্‌বাৰ হেণ্ডবেগটো খুজি আনি মোৰ হাতত তাইৰ মৰমৰ উপহাৰ বুলি দিলে। তাইৰ কাণ্ডত মই অবাক হৈ ভাবিবলৈ বাধ্য হলো— লমনে নলম। নললে তাই বেয়া পাব বুলি বুজিলো। পুনৰ বেগটো যাচিলে চাবিটোৰে সৈতে; আৰু ঘৰত গৈহে খুলিবলৈ তাই মিনতি জনালে। তাইৰ অক্সটিন মৰম লগা মুখখনিলৈ চাই থাকোঁতেই অপ্রতিহত ভাবে মোৰ হাতখন যেন আগুৱাই গ'ল বেগটো লবলৈ। তাৰ ভিতৰত কি আছিল জানিবলৈ বা সুধিবলৈ সময়বোৰে মোক সুধিবা নিদিলে। ওচৰতে ৰখোৱা চিটিবাছ এখনত সিহঁত দুজনী উঠিলগৈ। বেঁকা ভাঁজটো ঘূৰাত বাছখন মোৰ চকুৰ আঁৰ হৈ পৰিল। মগ্নো গুছি আহিলো পোনে পোনেই ঘৰলৈ। ঘৰপোৱাৰ আগলৈকে মই আন কথা ভাবিব পৰা নাছিলো। কেৱল মাৰ্গেৰেটৰ অবাঞ্চিত উপহাৰ টোৰ কথা ভাবি আহোঁতেই ঘৰ কেতিয়া পালোহি কব নোৱাৰিলো। ঘৰত তেতিয়া বৰুৱা, ফুকনহঁত কোনো নাছিল। দুৱাৰখনৰ তলাটো মেলি ভিতৰ সোমালো। কাঞ্চাটোও ঘৰত নাছিল। এই অৱসৰতে বেগটো খুলিলো। তাত অন্য একো নাছিল, আছিল মাত্র এটা নতুন গৰম কোট আৰু এটুকুৰা গৰম কাপোৰ। মই অবাক হলো; কি কাণ্ড! কিহৰ কাৰণে এই উপহাৰ? ইয়াৰ বিনিময়েই বা কি? আজি তিনিমাহৰ ভিতৰতেই মই তাইৰ ইমান আপোন হৈ পৰিলোনে? এইবোৰ কথা ভাবি থকাৰ মাজতে কাঞ্চাটো



আহি পালেহি। মই অহা বুলি জানি সি কোঠালৈ সোমাই আহিল আৰু মোৰ হাতত কোটটো দেখি সি বাঃ বাঃ দিলে। তাক মই আচল কথাটো নকলো। সি কোটটো 'খুব ভাল হৈছে' বুলি মন্তব্য কৰিলে। এবাৰ পিন্ধিচাবৰ কাৰণে অনুমতি বিচাৰি সি মুখলৈ চালে; হয়টো সি সপোনতো চুবলৈ নোপোৱা কোটটো চুবলৈ পাই। এৰা, মোৰেতো সপোনত দেখা হাতত পোৱাযেন লাগিছে। তাৰনো নহব কিয়? তাক অনুমতি দিলো অবাধে। সি হাঁহি হাঁহি আৰু কিবা এটা কৈ কৈ কোটটো পিন্ধিলে। পিন্ধি জেপত হাত ভৰাই 'খুব আচ্ছা হ্যায়' মন্তব্য কৰে আৰু হাত এখন উলিয়াই লগে লগেই মোক কলে —"এইটো লিজিয়ে; কাগজ হ্যায়।" কাগজখন হাতপাতি লৈ মেলি চালো। তাৰ মাজত টকা ত্রিশটা আৰু কাগজখনত লিখিছে যে পেণ্টটো নিজ ইচ্ছামতে চিলোৱাই লব লাগে। তাৰ বাবে যেন বেয়া নেপাওঁ। আৰু লিখিছে যে মানুহ কিবা জীৱৰ দেহৰহে মৰণ আছে আত্মাৰ মৰণ নাই। শেষৰ বাক্যশাৰীয়ে মোক ভাবিবলৈ বাধ্য কৰালে। আজলী মাৰ্গেৰেটজনী মনৰ ভাববোৰ বৰ জটিল। তাই দৰ্শনৰ কথাও জানে। ইমান সহজ ছোৱালীজনীয়ে ইমান অসহজ কথা কব পাৰে বুলি মই মুঠেই ভৰা নাছিলো। তাইক কালিলৈ নিশ্চয় মই লগ পাব লাগিব। মই থৰ লাগি ৰলো তাইৰ কথা থিনি পঢ়ি। কাঞ্চাই কোটটো সোলোকাই চাহ আনো বুলি কৈ ভিতৰলৈ

গ'ল। — চাহ দিলেহি, কিন্তু মনৰ উদুলি-মুদুলিত মোৰ আৰু চাহখোৱা নহ'ল। ল'ফ টুকুৰা 'টমী'ক দিলো। নেজ জোকাৰি জোকাৰি সি মহা তৃপ্তিৰে খালে। কাঞ্চাক মাতি তাৰ পাওনা টকাকেইটা যাচিলো। সি এতিয়া নেলাগে বুলি কলে। বাৰাণ্ডালৈ ওলাই গৈ ৰেলিঙত ধৰি দুৰৰ নামনিত শুকান পাইন গছে ভৰা পাহাৰকেইটালৈ চাই পঠিয়ালো। তাৰ ওপৰত তেতিয়া সন্ধিয়াৰ ৰঙা ব'দকাচলি পৰিছে। থান্-বান্ হৈ থকা ডাৱৰ বোৰত তাৰে ৰংলাগি ৰঙচুৱা হৈ পৰিছে। মনত পৰিছিল, এদিন তেনেকুৱা এটা সন্ধিয়াৰ কথা, –তেতিয়া 'জোনা'ই কলঙৰ ঘাটৰ পৰা পানী লৈ ঘৰমুৱা হৈছিল। মই তাইক বাটতে লগ ধৰিছিলো। কিন্তু, দুবৈত খৰিবভাৰ লৈ অহা চেনাবামক দেখি তাই নৰ'-লেই। তেতিয়াৰ আকাশখন আৰু আজিৰ আকাশখন যেন একেই। কিন্তু, মাৰ্গেৰেট······?

ক্ষন্তেক পিচতে পুব আকাশৰ ডাৱৰবোৰ বেলি মাৰৰ ফালে প্ৰচণ্ড গতিৰে আগবাঢ়ি যোৱা যেন লাগিল·· ···।

—:০:—

# সোণতৰা—

নৈখনৰ নাম সোণাই, তাইৰ নাম সোণতৰা। সোণাইৰ লগত সোণতৰাৰ জন্মান্তৰৰ সম্বন্ধ। সোণাই পাৰৰ কঁহুৱা বন, বিৰণা-খাগৰি বালি-শামুক আদিওে সোণতৰাক চিনি পায়। বোৰঁতী সোণাইৰ নতুন সোঁতেও চিনি পায় সোণতৰাক। সোণাইৰ ঢৌবোৰৰ লগত সোণতৰাৰ মনৰ ভাববোৰৰ কোনো অমিল নাছিল। প্ৰকৃতিয়েও সোণতৰাক আদৰ কৰিছিল।

*  *  *  *

সোণাইৰ পাৰৰ বৰছিলা গাৱঁৰ কালিমাইৰ গৰ্ভত প্ৰায় তিনিশ দিন জিৰণি লৈ সোণতৰাৰ জন্ম হ'ল। দেওবৰৰ সৰু সংসাৰখনলৈ আৰু এটি জীৱ আহিল; এমুঠন কাঁয়াৰে সেই আটিল, কুমলীয়া, পকা-ভামোল বোলীয়া সোণতৰাজনী! সকল দেওবৰেই নহয়, চুবুৰীয়াৰে আনন্দ, উখল-মাখল সোণ-তৰাৰ জন্মৰ কাৰণে। একেজনী আলৰ বুঢ়ী বৰ্ডিলাৰ পুতেক দেওবৰৰ বিয়া হৈছিল কালিমাইৰ লগত। বুঢ়ীৰ আঁচলৰ ধন দেওবৰে বিয়া কৰালে, নাতিৰ কান্দোন শুনিলে, ওচৰ-চুবুৰীয়াই আনন্দ লভিলে; বৰ্ডিলা বুঢ়ীয়ে নাতি দেখিলে বুলি।

ঘঙিলা বুঢ়ায়ে চকুৰে নেদেখে । বয়সৰ লগে লগে বুঢ়ীৰ চকু দৃষ্টিত কমি আহিল । এৰা, বঙিলা বুঢ়ীয়ে নাতিৰ কান্দোনহে শুনে, চকুৰে নেদেখে ··· ।

*　　*　　*　　*

মৰমৰ বোৱাৰীয়েক কালিমায়ে বুঢ়ীৰ কোলাত সোণতৰাক দি ঘৰৰ কাম কৰে, ধান বানে, ভাত ৰান্ধে । এয়া সোণতৰাৰ মাকৰ দৈনন্দিন কাম । সোণতৰাই কান্দিলে কালিমায়ে একোলা লৈ দি যায় বুঢ়ীৰ কোচত ।— পুনৰ কামত লাগে । ঘৰখনৰ কিমানযে কাম ! হালোৱা আহিলে জলপান দিয়া পানী দিয়া আৰু বহুত ·· । তাৰ আগতেই সকলো কাম কৰি কালিমাই আহৰি হৈ থাকে ।

*　　*　　*　　*

দেওবৰ হালৰ পৰা আহি বুঢ়ীমাকে লৈথকা সোণতৰাৰ সোণচেকুৰা যেন মুখখনলৈ চাই গৌৰব কৰে । সি সোণতৰাৰ বাপেক । আগতে সি গাঁৱঁৰ ডেকা আছিল । এতিয়া সংসাৰৰ ভাৰ ললে । গলত মাদলী ললে । এৰা, বিয়া কৰালে গলত মাদলী লোৱা বুলি কয় মানুহবোৰে । সোণতৰালৈ চাই সি ভাবে— । জিভাৰে টকালি মাৰি বুঢ়ীৰ কোলাত থকা সোণতৰাক মাতে । হালোৱা মোটোহা মোটোহা আঙুলি কেইটাৰে জীয়েকৰ মৃণাল সদৃশ হাতখনৰ তুলাযেন কোমল আঙুলিবোৰ লৰাই দিয়ে, গালডুখনত আঙুলি বুলাই দিয়ে । দেওবৰে তেনে কৰিলে কেতিয়াবা তাই কান্দে, কেতিয়াবা



হাঁহে । বুঢ়ীয়ে কয়– “আহিলি আকৌ তই তাইক কন্দুৱাবলৈ ! আমনিখন নকৰিবিছোন । লব যদি একোলা ল ।” সিও কয়—” নলওঁ দে বৌ ! হালবাই আহিছো নহয় । গাধুই আহো ।”

দেওবৰৰ মাত শুনি ভিতৰত কাম কৰি থকা কালিমাই ওলাই আহে হাতত পানী এলোটা আৰু ছুটা ভীমকল লৈ । আহি দুৱাৰ মুখতে ঠিয় হৈ কয় – ।“মুখখন ধুই কল দুটা খাই লওক । মই গাধুবলৈ পানী দিওঁগৈ ।”

দেওবৰে কয়—

: নেলাগে দে সোণতৰাৰ মাক । মই পুখুৰীতে ধুই আহোগৈ । তই কাম কৰগৈ, কল দুটাকে দেছোন খাই লওঁ ।

সোণতৰাৰ মাকে কল দুটাৰে পানীলোটা দি দেওবৰৰ ফালে চাই তৃপ্তিৰ হাঁহি এটা মাৰি ভিতৰলৈ যায় । দেওবৰে কালিমাই যোৱাৰ ফালে চাই ভাবে— সিহঁতৰ সংসাৰ ! সিহঁতৰ সোণতৰা । এৰা, সি ভাবিছিল সিহঁতৰ সৰু সংসাৰ খনৰ পাতনিৰ তৃতীয় জন হব ঠিক তাৰদৰে শকত-নিটোল দেহৰে নোদোকা এটা লৰা······নহ’ল । কিন্তু, তাৰ ঠাইত মাক কালিমাইৰ দৰে নোদোকী সোণতৰা হ’ল । হওক । তায়ো মাকৰ দৰে বলী, শকত আৰু পৰিশ্ৰমী হব । ডাঙৰ হলে তাই মাকক ইখন সিখনকৈ সহায় কৰি দিব পাৰিব । মাটি-বোৱা, ধান-কটা, কাপোৰ-বোৱা, আদি কামত মাকক সহায় কৰি দিব পাৰিব । আন লৰা-ছোৱালীৰ দৰে তাইকো

লিখা-পঢ়া শিকাব। বেচি নহয়, অলপ। সিও পঢ়িব পাৰে, টিপচহী নিদিয়ে। মাক কলিমায়েও টিপচহী নিদিয়ে। সিদিনাখন শিপিনিজনীয়েপতি এসেবকৈ সূতা দিওঁতে কালিমায়েও আনিছে সূতা। তাত তাই টিপচহী দিয়া নাই। গাৱঁৰ গঁৱাব তিৰোতাৰ ভিতৰত কালিমাইকে আদি কৰি আঠজনীয়েহে চহী দিব পাৰিছিল। এয়া, কালিমায়েও তাৰ দৰে চহী লিখিব পাৰে। সোণতৰাকো সি চহীটো দিব পৰালৈকেহে পঢ়াব। নহলেও নাই। ঘৰৰ কামত তাই ভাকৰী হৈ থাকিব নেলাগিব। মাক কাজী, বোৱাই-কটাই অসুত্ৰ কাজী। গৃহস্থী চলাই খাব পাৰিব। লৰা হোৱা হলে তাক প্ৰত্যেক কামত সহায় কৰি দিব পাৰিলেহেঁতেন। নহ'ল নাই। তাৰ এতিয়াও কোনো চিন্তা নাই। সোণতৰা মাকৰ দৰে কামিলা হব। আৰু—! আৰু বহুত… ….। এয়া দেওবৰৰ সোণৰ কল্পনা, সোণৰ সপোন … …….।

ঘৰৰ বাৰাণ্ডাত বহি দেওবৰে কল ছুটা খাই দোঢোক মান পানী গিলি ঘৰৰ কামত লাগি যায়। এইবোৰ দেওবৰৰ দৈনন্দিন কাম— হালৰ পৰা আহে, পাণৰ গুৰিত মাটি জপায়, চাপ বান্ধে, খৰি ফালে, জেওৰা দিয়ে ইত্যাদি—।

* * * *

দিনবোৰ পাৰহৈ যায় এটা এটাকৈ। মাহবোৰো পাৰহৈ যায়। বছৰ ঘূৰে। দেওবৰে অক্লান্ত পৰিশ্ৰম কৰি খেতি কৰে। এহাল গৰু, ডুপুৰা মাটি। সেয়ে তাৰ বহুত।



তাতে সি বস্তবৰ খেতি কৰে। আহুৰ বস্তবত আহু, বাওৰ তৰত বাও, শালি, মৰাপাত, সৰিয়হ আদিও বাদ নিদিয়ে। তিৰ ফচল বেচি নিমখ হাল'ধিৰ খৰচ উলিয়ায়। কাপোৰ নকিনে। কিনে সূতা। কালিমায়ে দেওবৰৰ পিন্ধা চুৰীয়া, চোলা-কানি আদি সকলো বৈ দিয়ে। নিজৰ কাৰণে মেখেলা চাদৰ, ৰিহাও বৈ লয়। গাৰী-দিয়া ৰিহা, কেছু-কটা ৰিহা, ঘোলকাঠি গুণা দিয়া ৰিহা আদি নিজে বৈ লয়। এইদৰেই ৰু সংসাৰ খনৰ সুখ দুখৰ দিনবোৰ পাৰ হয়।

—বছৰ ঘূৰে। দেওবৰে ৰজাৰ খাজানা দিয়ে বছৰে বছৰে। তাৰ চিন কেৱল সোণতৰা। দিনবোৰ পাৰহৈ যোৱাৰ লগে লগেই সোণতৰা উবুৰি হয়, … মাটিত ৰগায়… ইটো সিটোত ধৰি ঠিয় দিয়ে… .. আৰু এখোজ দুখোজ চলাব পৰা হয়। এয়া, বছৰবোৰ পাৰ হৈ যোৱাৰ চিন। তাৰ ভিতৰতে বুঢ়িলা বুঢ়ীৰ মৃত্যু হয়। সি ভাবে—বুঢ়ীৰ সংসাৰত চাউল উঠিল। দুখ কিহৰ? সি দুখ নকৰে। কালিমাই সোণতৰা ভালে থাকিলেই তাৰ সকলো।

* * * *

সোণতৰাই কথা কয়, মাকৰ লগত ইখন সিখনকৈ কাম কৰে, খৰি চপাই দিয়া, কটাবিখন, বটাটো অনা ইত্যাদি। আৰু তাই বাপেকক বিড়ি জ্বলাবলৈ বৰঘৰৰ পৰা আওঠাও আনি দিয়ে। মাকে কাম কৰি থাকিলে যদি ভায়েক সৰু-লৰাই কান্দে, তাই বোকোচাত লৈ নামগাই নিচুকাবও পাৰে।

*　　*　　*　　*

এতিয়া দেওবৰৰ তিনিটা সন্তান— সোণতৰা, মদন আৰু কন-ছোৱালী সোণতৰা ডাঙৰ হৈছে। দেওবৰে আৰু এহাল গৰু কিনি হালোৱা এটাও ৰাখিছে। কালিমায়ে কাবোবাৰ বিয়াই-সবাহে গলে মুগাৰ বিহা-মেখেলাযোৰহে পিন্ধি যায়। দেওবৰ কেতিয়াবা জিলালৈ গলে মটৰত যায়। আগতে আঠ মাইল বাট খোজ কাঢ়িহে গৈছিল। এতিয়া নেযায়। জিলাৰ পৰা কিতাপ আনি জীয়েক সোণতৰাক স্কুলত নাম লগাই দিছে। ভমকা ফুলৰ আঠুঢকা ফ্ৰক-চোলাটো পিন্ধি সোণতৰা স্কুললৈ যায়। স্কুলৰ পৰা আহি সোণাইত গা-ধোৱে। সৰু কলহত পানী এজোৰ নি মাকক সহায় কৰি দিয়ে। এৰা, সোণতৰাই পানীও কঢ়িয়াব পৰা হ'ল। সিদিনা দেওবৰে হাজোৱলীয়া কঁহাৰৰ পৰা পিতলৰ কলহ এযোৰ লৈ দিছে সোণতৰাক। তাইক বিয়া দিবলৈ দেওবৰে পিচত বৰকলহ, চৰিয়া, কাঁহি-বাটি কিনিব। এতিয়াৰ পৰা সি যোগাৰ নকৰিলেও হব। কাৰণ তাৰ বাহুত বল আছে; খেতি আছে; আৰু যোৱা কেইবছৰৰ মাহ-মৰাপাতৰ টকা আছে সোণতৰাৰ মাকৰ হাতত। সেয়েই তাৰ সাহ, সেয়েই তাৰ ব'ল।

এতিয়া সোণতৰা ডাঙৰ হৈ আহিছে। যোৰ-কলহৰে সোণাই-ঘাটৰ পৰা পানী আনে। দেওবৰে বুজিছে— গাঁৱত তাৰ জীয়েক সোণতৰাই চকুত লগা ছোৱালী। নামে-গুণে চলনে-ফুৰনে সোণতৰা যে সোণতৰাই। দেখনিয়াৰ ছোৱালী তাই। সি অলপ চকু ৰাখে জীয়েকৰ ওপৰত। মাক কালি-মাইকো কয়— অলপ ভালকৈ চকু-কাণ ৰাখিবি। তিৰোতা ছোৱালী, চেঁচুকৰ ডাম-ডেউকা। সিহঁতৰ মনবোৰ বৰ পাতল। এৰা, কালিমায়েও জীয়েকৰ ওপৰত চকু ৰাখিছে। মদন আৰু কণ-ছোৱালীকও স্কুলত নাম লগাই দিছে। চালুকীয়া কণ-লৰাই ঘৰৰ চোতালত চুচঁৰি ফুৰিব পৰা হৈছে। দেও-বৰে সৰু সংসাৰখন সুখেৰে চলাইছে। এৰা, দেওবৰৰ সংসাৰখন সুখৰ। কালিমাই তাৰ ঘৰৰ লক্ষ্মী।



*　　*　　*　　*　　*

সোণাইৰ পাৰৰ কঁহুৱাবন। শাওণ মহীয়া আকাশৰ শুকুলা ডাৱৰৰ দৰে বগাকৈ কঁহুৱা ফুলবোৰ সোণাই পাৰত ফুলিছে। সোণতৰাৰ মনৰ আকাশত কঁহুৱাৰ ৰূপ-সৌন্দৰ্য্য 'কমোৱা তুলা'। সোণতৰাৰ নিপোতল শুভ্ৰ দেহত বসন্তৰ হিল্লোল উঠে। থৌকি-বাথৌ সোণাইৰ সৰু ঢৌবোৰে সোণতৰাৰ অন্তৰত মৰম, ভালপোৱাৰ ৰেণুবোৰ চতিয়াই দিয়ে। সোণাইত তাই গাধোৱে, কাপোৰ ধোৱে, পানী নিয়ে যোৰ কলহ ভৰাই। সোণাই পাৰৰ বালিত সোণতৰাই কাছ-কণী খান্দে ...। সোণাই পাৰৰ বালিত সোণতৰাৰ জীৱনৰ ছাক-শাল ঘূৰে ...... সোণতৰাৰ মন বাউলী হয় মৰমৰ মানুহ এজন বিচাৰি। এৰা, সোণতৰাৰ এজন মৰমৰ মানুহৰ প্ৰয়োজন হৈছে···।

সোণাইৰ সিপাৰৰ স'ৰা গছডালত ম'হহাল বান্ধি সিপৰীয়া কঁহুৱাতলী গাঁৱৰ সোণেশ্বৰে সোণাইৰ শীতল পানীত গা-ধোৱে। সোণতৰাই সবল-সুঠাম দেহৰ সোণেশ্বৰক গাধুওঁতে সদায় দেখে। কঁহুৱাতলী গাঁৱৰ কৰ্ম্মী ডেকা সোণেশ্বৰ··· । সোণেশ্বৰে ম'হহাল আনি সোণাইত গাধোৱায়। কমৰত তাৰ বাঁহীটো। সোণাই পাৰৰ কঁহুৱাতলী পথাৰত মহৰ পিঠিত উঠি মনপ্ৰাণ হৰি নিয়াকৈ বাঁহী বজাব পাৰে। সোণতৰাই সোণাইত গাধোবলৈ গলে, পানী আনিবলৈ গলে সোণেশ্বৰে বজোৱা বাঁহীৰ মাত সদায় শুনে। সোণেশ্বৰেও কেতিয়াবা সোণাই ঘাটৰ ওচৰ চাপি কঁহুৱাবনৰ ফাকে ফাকে সোণতৰাক জুমি চায়। ডেকা সোণেশ্বৰ আৰু গাভৰু সোণতৰা। কঁহুৱাবনে হয়তো বাধা দিব নোৱাৰে কাৰো চকুৰ দৃষ্টিক।

এয়া আজি সোণতৰাই তাইৰ মাংসল দেহটো সোণাইৰ নিৰ্ম্মল পানীত ধুই কলহযোৰ ভৰাইছে,— সিপাৰৰ কঁহুৱাবনৰ ফালি সোণশ্বৰে বজোৱা বাঁহীৰ গুৱলা মাত আহি সোণতৰাৰ থুৰীয়া পিন্ধা কাণত স্পন্দিত হয়। সোণতৰাই কাষৰ কলহ নমাই সিপাৰলৈ বাঁহীৰ মাত অহাৰ ফালে চাই থাকে। ক্ৰমে বাঁহীৰ সুৰ বাঢ়ি আহে। ঘাটৰ সিপাৰে থকা স'ৰা গছ জোপাৰ তল পায়হি সোণেশ্বৰ। বাঁহীটো কমৰত খোচ মাৰি লৈ ম'হহালক পানী খুৱাই স'ৰাজোপাত বান্ধে। ইপাৰৰ পৰা সোণতৰাই ইফালে সিফালে চাই সোণেশ্বৰক মাত দি



কয়—।

: সোণেকাই নহয়নে সেইটো··· ? "সোণতৰাৰ মাতত সোণে-শ্বৰে মূৰদাঙি চাই অলপ পৰ থমকি ৰ'ল। সোণতৰাই আকৌ মাত দিলে। সোণেশ্বৰৰ যেন চেতনা আহিল। সোণতৰাৰ প্ৰথম মাতষাৰ তাৰ কাৰণে আকাশীবাণী যেন লাগিল। সি ভৰা নাছিল; ৰবছিলা গাঁৱৰ দেওবৰ মহাজনৰ জীয়েক সোণতৰাই কঁহুৱাতলী গাঁৱৰ সোণেশ্বৰক মাতিব। সোণতৰা ইপাৰত, সোণেশ্বৰ সিপাৰত। মাজত মন্থৰ গতিৰ সোঁত থকা সোণাইখন। সোণতৰাৰ মাতত সোণেশ্বৰৰ মনৰ গতিত বিজুলী খেলে··· ··· কয়—

: অঁ অ' সোণতৰা। তই হবলা গাধোবলৈ আহিলি ?

: ওঁ ককায়। গা,ধোবলৈ আহিলো। পিছে তই বৰ গুৱলা বাঁহাটো বজাব জান দে, বজাছোন বজা আৰু এবাৰ! মোৰ বৰ ভাল লাগে অ'।

সোনেশ্বৰে দীঘল উশাহ এটা সলায়··· ··· তাৰ বহল বুকুখন উঠা-নমা কৰে। সোণতৰাৰ দৰে গাভৰু এজনীয়ে তাক বাঁহীটো বজাবলৈ কৈছে। সিহঁতৰ গাৱঁৰ গায়নৰ জীয়েকলৈ সি চায়। তাই ভদাইৰ লগত মতাবোলা কৰে। তালৈ কেৱাহিকৈয়ে নেচায়। গধুলি পৰত বাঁহীটো বজাই গায়নৰ ঘৰৰ বাটেদি গলে বাঁহীৰ মাত শুনি গায়নৰ জীয়েক নুমলী ভিতৰ সোমাই যায়। যাওক, তাত তাৰ কোনো খতি নাই। তাই সোণতৰাকৈ ধুনীয়াও নহয়। আজি সোণতৰাই

তাক বাঁহী বজাই শুনাবলৈ কৈছে। সোণতৰাক বাঁহী বজাই নুশুনালে আৰু হয়তো তাক কোনেও নকৰ বাঁহী বজাবলৈ। সোণতৰাৰ কথাৰ উত্তৰ দি সি কলে—

: কিনো ভাল বজাওঁ ? এনেয়ে মুখত যি আহে তাকেহে বজাওঁ। বাৰু শুন যদি শুন। পিছে কোনোবাই আহি দেখিলে আৰু' কিবাটোহে ভাবিব।

: কোনেনো কি কৰিব পাৰে পাই। মইহে শুনিম।" "এৰা, সোণেশ্বৰে বাঁহী বজাব। সোণতৰাই শুনিব। কোনে কি কৰিব পাৰে। সিহঁতৰ প্ৰেমত, মিলনত, সিহঁতৰ আগ্ৰহত কোনেও বাধা দিব নোৱাৰে। দৈহিক মিলনত বাধা পৰিলেও আত্মাৰ মিলনত কাৰো অধিকাৰ নাই।

ঘাঁহ-পাগুলি শুই থকা ম'হটোৰ পেটত আঁউজি সোণেশ্বৰে বাঁহী বজায়। সোণতৰাই তিতি থকা কাপোৰবে সৈতে ভৰা কলহ এটাৰ গাতে ভেঁজাদি শুকান বালিৰ ওপৰতে বহি সিপাৰৰ পৰা অহা বাঁহীৰ মাত শুনি যায়। সোণেশ্বৰৰ বাঁহীৰ মাতত ফুলা কঁহুৱাৰ ফুলবোৰ হালে, জালে, স'ৰা-গছজোপাৰ পাতবোৰ লৰে। সোণতৰাৰ মনৰ মানুহজনী সোণাই পাৰহৈ সোণেশ্বৰৰ গাৰ কাষত ঘুৰি ফুৰেগৈ ...।

বাঁহী বজাই থকা সোণেশ্বৰে ভাতিয়াৰ জীয়েক মইনী, ধনাইৰ জীয়েক লিলিমাইক ঘাটলৈ অহা দেখি বাঁহী বজাবলৈ এৰি বান্ধি থোৱা ম'হাল মেলি লৈ এটাৰ পিঠিত উঠি আনটোৰ নাকি-জৰা দাল ভৰিৰ পতাত খুৱাই কঁহুৱাবনৰ মাজে মাজে



আঁতৰি যায়গৈ! সোণেশ্বৰে সোণতৰাক নমতাকৈ যোৱা দেখি পিচলৈ ফিৰিচাই দেখিলে মইনী আৰু লিলিমাইক। সিহঁতক দেখি সোণতৰাৰ বুকুৰ ধপ্-ধপনি উঠিল। আগৰে পৰা মন কৰি অহা লিলিমায়ে ঠেহৰ কৰে মাত এষাৰ লগাই কলে—

: অ' বুজিলোহে মোৰ আইৰ কথা। আমাকনো আৰু কিমান দিন লুকুৱাই ৰাখিবা অ' মোৰ সোণতৰা। গুপুতে গুপুতে আমাক এৰি আহি হবলা এইখন হে নি হঁয়...... ?

মইনীয়েও লিলিমাইৰ কথাত উলাহ দি কয়—

: অঁ তো, সচাঁ কথা যানো লুকাই ৰাখিব পাৰি নি হঁয়। সোনকালে পানী নিবলৈ আহি ইয়াত 'ৰাধা' হৈছাহি ?" বুলি কৈ খিলখিলকৈ হাঁহে দুয়োজনীয়ে।

মইনী আৰু লিলিমাই সোণতৰৰ লগৰীয়া। লিলিমাইক আজি চাৰি মাহৰ আগতে উলিয়াই দিছে। এতিয়া আহি মাকৰ ঘৰতে আছেহি। মইনী গাঁৱৰে জীয়াৰী।

সোণাই ঘাটত সিহঁতৰ অত্যাচাৰ সহিব নোৱাৰি সোণতৰাই কয়— : তইঁতে কিবাটোহে ভাবিলিগৈ। সি ম'হ-হালক পানী খুৱাই যাবলৈ ধৰোঁতে মইহে তাক বাঁহীটো বজাবলৈ কৈছিলো।"

: অঁ তো; সেই কাৰণেই হবলা সোণ-কোঁৱৰে বাঁহীটো বজাই আমাৰ সোণতৰা আইদেউৰ মনটো নিবলৈ আহিছিল। পিছে আমি আহি যেনিবা অজগৰ পৰিলোহি মাজ বাটতে!

"কথাকৈ মইনী আৰু লিলিমায়ে হাঁহি দিয়ে। লগে লগেই হাঁহিৰ ধ্বনীটো প্ৰতিধ্বনীত হৈ আহে সোণাই সিপাৰৰ পৰা। সোণতৰাই একো নকৈ ভৰাকলহযোৰ লৈ যাবলৈ ওলায়। মইনীয়ে কয়—

: ৰ'বি হঁয় আমি কিবা নেজামনে? আমাৰনো কোন আছে সোণাই ঘাটত পৰ দিবলৈ·····?

সোণতৰা বয়। দুৰৰ কঁহুৱাবনৰ মাজৰ পৰা সোণেশ্বৰৰ কণ্ঠত বনগীত সুৰ ৰিণিকি ৰিণিকি শুনে সোণতৰাই··· আৰু বাঁহীৰ সুৰটোও যেন তাইৰ কাণৰ কাষতে শুনে···। সেয়া যেন দুয়োৰে প্ৰেমৰ সুৰ···।

* * * *

সোণাই পাৰৰ কঁহুৱা বনৰ মাজৰ সুৰু সুৰীয়া বাটটো-ৰেদি সোণতৰা সোণাই ঘাটলৈ আহে। সিপাৰৰ স'ৰা গছ জোপাত বান্ধি থোৱা ম'হহাল সোণতৰাৰ চকুত পৰে। ম'হহাল দেখিলেই সোণতৰাই চিনি পায় সোণেশ্বৰৰ ম'হ বুলি। পাৰেই। যাৰ প্ৰাণৰ লগত সমন্ধ। সোণতৰাই সোণেশ্বৰক ভাল পায়। ম'হহালৰো এটা বাদামী বৰণ, আনটো কাউৰি পিঠিয়েন ক'লা, শকত। ম'হহাল দেখিয়েই তামোলখাই ৰাঙলী হৈ যোৱা মুখখনত গুণ-গুণাই গাইযোৱা গাতটো এৰি দি সাৱধান হয় সোণতৰা। এৰা, তাই গাতটো বন্ধ কৰিলে। নহলে তাই গোৱা সোণেশ্বৰে শুনিব। তাই সোণেশ্বৰৰ আগত গীত গাবলৈ লাজ কৰে। ম'হহাল অকলে



স'ৰাগছৰ তলত। নাকি-জৰি স'ৰাগছত বান্ধি থোৱা আছে। সোণেশ্বৰ নাই। সোণাইৰ বালিত সোণতৰা অকলে। কলহ-যোৰ পানী-যুৰঁলীত থৈ তাই কিবা এটা আশংকাত চাৰিওফালে চায়। অলপ দুৰতে সোণেশ্বৰক দেখিলে সোণতৰাই। সোণেশ্বৰে সোণাইৰ এবুকু পানীত নামি বামিচুঙা চাইছে। সিপাৰে নহয়, ইপাৰে। ইপাৰে সোণাইত খাৰ পৰিছে। ক'লা বৰণৰ ফিটাৰ দৰে খাৰবোৰ। সোঁতৰ মন্থৰ গতিত সাপৰ নেজৰ দৰে অকোৱা পকোৱাকৈ লৰি আছে। খাৰৰ মাজত বামিমাছ থাকে। তাৰ মাজতে সোণেশ্বৰে বামিচুঙা পাতিছে। সোণতৰাক দেখি সোণেশ্বৰে বামিচুঙা বিছাৰি ডুব মাৰে। সোণতৰাই ইফালে সিফালে চাই সোণেশ্বৰৰ ফালে আগ বাঢ়ি যায়। বুকুত "কোনোবাই দেখিব" সন্দেহ লৈ সোণতৰা আগ বাঢ়ে। এৰা, সোণাইৰ পাৰত অকলে এজনী গাভৰুৱে এটা ডেকা লৰাক লগত কথা পাতিলে, কোনোবাই দেখিলে সন্দেহ কৰিব। তাইয়ো গাভৰু সোণেশ্বৰও ডেকা।

সোণেশ্বৰে পানীৰ পৰা ওলাই ভলুকাবাহঁৰ খুলনি দিয়া দীঘল চুঙা এটা শকত বগা বাহুৰ হাত দুটাৰে দাঙি আনে পাৰলৈ। সোণতৰাই কাষ চাপি গৈ কয়—

: কিবা পাইছনে ককাই?

: তিনটা চালো। একো নাই। ইয়াত কিবা এটা আছে যেন পাইছো, হাতৰ তলুৱাত লিকলিকাই দিছে দেখোন।

মাছেই নে অন্য কিবাহে ····· !

লগে লগে সোণেশ্বৰ পাৰলৈ উঠি আহে । সোণতৰাই কয়— : ৰ'বি ৰ'বি ককাই মই বালিত গাত এটা খান্দি দিওঁ । নহলে মাছ হলে জপিয়াই লৰ মাৰিব ।”

সোণতৰাই বালিত গাত খান্দে । সোণেশ্বৰে দুয়োহাতে চুঙাটো ধৰি সোণতৰালৈ চায় ! বালিত গাত খন্দা টান নহয় । সহজ । সোণাইৰ বালিত সোণতৰাই গাত খান্দিব জানে । গাত খান্দি পানী উলিয়ায় । কাছ-কণী বিছাৰে বালি খান্দি । শকত বগা, খাৰু পিন্ধা হাত দুখনেৰে সোণতৰাই বালিত গাত খান্দি দিয়ে । সোণেশ্বৰে চুঙাটো বাকি দিয়ে গাতটোত । প্ৰথমেই পানী ওলায় । পাচত ডেৰ হাতমান দীঘল দুয়ো হাতেৰে খামুচিয়াই ধৰিব পৰা বামিমাছ এটা ওলাই । সোণ-তৰাই জপিয়াই জপিয়াই হাত চাপৰি মাৰি হাঁহে । সোণেশ্বৰে মাছটোৰ গালৈ বালি চাতয়ায় । সোণাইৰ বালিত বামিমাছৰ গাব বিজল কমে । সোণতৰাই ও বালি চতিয়াই মাছটো পুতি পেলায় । সোণেশ্বৰে বালিত গজা কঁহুৱাৰনৰ পাত চিঙি আনি পকাই লানি এডাল সাজি মাছটো সিয়ে । পাচত সোণতৰাৰ কালে আগুৱাই দি কয়—

: সোণে—আজি তোৰ কপালে এইটো পালো । তয়ে লৈ যা । আমি সদায় খায় আছো ।

: নেলাগে দে সোণকাই । তহঁতৰ ঘৰতে খাগৈ । আয়ে চাগৈ তই চুঙা চাবলৈ অহা বুলি বাটলৈ চাই আছে ।



: একো নহয় সোণতৰা । আজি তয়ে লৈ যা । মই ঘৰত নেপালো বুলিয়েই কম ।

এৰা, প্ৰেমত পৰিলে— ভাল পালে মাক-বাপেকৰ আগত মিছা কথাও কব পাৰে ; আৱশ্যক হলে সঁচাও কব পাৰে । ই প্ৰেমত পৰাৰ গুণ । সোণেশ্বৰৰ কথাৰ উত্তৰত সোণতৰাই কয়—

: নহয় সোণেকাই । তয়ে নিব লাগিব ।

: নহয়, তইহে নিব লাগিব ।

: তয়ে নে সোণেকাই !

: বাৰু ৰ'ছোন তেন্তে আৰু দুটা চুঙা চাবলৈ আছে । পাওঁ যদি ভালেই হব ।

: বাৰু যা ময়ো কৈছো আৰু এটা পাবি ।

সোণেশ্বৰ আকৌ পানীলৈ নামি যায় । খাৰগছ গছকি গছকি লাহেকৈ ডুব মাৰে । ক্ষন্তেক পিচতেই আৰু এটা চুঙাত হাত দি পানীৰ মাজৰ পৰাই মাত দি সোণেশ্বৰে কয়—

: আছে সোণতৰা ! আৰু এটা পাইছো । তোৰ কথাই লাগিল ।

: লৈ আহ, লৈ আহ ককাই । ভালেই হ'ল আৰু এটা পালি ।

সোণেশ্বৰ পাৰলৈ উঠি আহে । আগৰ দৰেই মাছটো উলিয়াই কয়—

: সোণে— মই এটা পালো নহয় ! এই ডাঙৰটোকে নে । তহঁতৰ ঘৰত ভালকৈ এসাজ যাব ।

: নহয় দে ককাই তই ডাঙৰটো নে ।

: নহয় অ' আঁকৰী, তই ডাঙৰটো নে । কথাকৈ সোণেশ্বৰে মাছটো সোণতৰাৰ হাতলৈ দি পুনৰ কয়— "যাগৈ সোণে। কোনোবাই দেখিলে আক' কিবাখনহে ক'ব । মোৰ বৰ ভয় লাগে এই বোৰলৈ । যা গৈ যা । পিচত কথা হ'ম ।'

সোণতৰাই সোণেশ্বৰলৈ কিছুপৰ চাই থাকি কয়—

: কবলৈ আৰু বাকী আছেনে ? সিদিনা মইনীহঁতে যি সোপাহে কলে পাই ! মোৰযে মৰি যোৱাযেন লাগিছিল ।

: কি কলে ? সোণতৰাই মাছটো হাতত লৈ লাজতে তলমুকৰি নখে বালি খান্দি থাকে । সোণেশ্বৰে পুনৰ সোধে । তেওঁই লাজতে মুচ-কচ যায় । সোণেশ্বৰে পুনৰ কয়—"বাৰু যি হ'ল হ'ল । তই এতিয়া যাগৈ । সময় পালে সকলো কথা খুলি কবি । আকৌ যদি কোনোবাই দেখেহি ...।

সোণেশ্বৰে নোকোৱাকৈ বৈ যায় । সোণতৰাই কয় —

: ককাই । মোৰ যদি তোৰ দৰে ককাই এটা থাকিলহেতেন ?

: এৰা. কি কৰিবি সোণে! ককায়েৰ থকা হলে তোক বৰ মৰম কৰিলে হেঁতেন ।

: মোৰ নিজৰ ককাই নাই যেতিয়া তোকে ককাই বুলি মাতিম সোণেকাই । তই জানো মোক মৰম নকৰ ?

: নিজৰ ককাই নহলে আচল মৰম পোৱা নাযায় সোণতৰা । আনক ককাই বুলি ভাবিলেও গাৱঁৰ মানুহে কিবাটোহে বুজে অ' । তোৰ মোৰ ভিতৰত ককাই-ভনীৰ মৰম থাকিলেও



গাৱঁৰ মানুহৰ চকুত আমি পৈ-ঘৈণী হৈ পৰো । কছোন বাৰু কেনেকৈ ককাই বুলি ভাবিব পাৰ ? মোৰ হলে তোক দেখিলে বৰ মৰম কৰিবৰ মন যায় । সেই কাৰণেই মানুহৰ আগত তোৰে সৈতে কথা হবলৈ ভয় লাগে ।

: গাৱঁৰ মানুহৰ কথা নকবি পাই । সিহঁতে তিলটোকে তাল যেন দেখে । বাৰু যাওঁদে । তই আমাৰ গাৱঁলৈ নেযাৱ দেখোন । যাবিছোন গধূলি পৰত ।

: বাৰু যাম দে । তহঁতৰ গাৱঁতে নাট এখন মেলি আমাৰ পাৰৰ মোকে আৰু ৰসেশ্বৰকে ভাও দিছে । আখৰালৈ গধূলি গধূলি যাম নহয় !

: গলে বাঁহীটো লৈ যাবি দেই । মোৰ বৰ ভাল লাগে বাঁহীৰ মাত শুনিবলৈ ।

সোণতৰাই কলহযোৰৰ কাষ পায়হি । সোণেশ্বৰে মাছটো লৈ সাঁতুৰি সোণাই পাৰ হৈ যায় । সোণতৰাই চাই থাকে । সোণেশ্বৰে ম'হহাল মেলিলৈ সোণতৰাৰ পৰা বিদায় লৈ কঁহুৱাবনৰ মাজত সোমাই পৰে । সোণতৰাইও কলহযোৰ ভৰাই লৈ ঘৰমুৱা হয় । অকলশৰীয়া সোণাই আকৌ ৰবলৈ ধৰে । সোণতৰা সোণেশ্বৰৰ মিলনত যেন সোণাই সোঁতবোৰও বৈ যাবলৈ পাহৰে । এৰা, সিহঁতৰ মিলন পবিত্ৰ, নিভাঁজ । তাত কোনো কৃত্ৰিমতা নাই ।

* * * *

সোণাই পাৰৰ বালিত সোণতৰা সোণেশ্বৰৰ ভবিব

খোজৰ চিন মাৰ যায় সোণাইৰ বাঢ়নী পানীত। লুইত বাঢ়ে ফেনে-ফুটুকাৰে। সোণাই লুইতৰ উপনদী। সোণাইও বাঢ়ি দুকুল ভৰি পৰে। পাৰৰ কঁহুৱাবন তল যায়······ সোণতৰা সোণেশ্বৰৰ মাজত সোণাইৰ বাঢ়নী পানীয়ে বাধা দিয়ে। এয়া আজিৰ কথা নহয়। বছৰি বছৰি সোণাই বাঢ়ে। কেতিয়াবা সোণায়ে খেতি-পথাৰ নষ্ট কৰে। কেতিয়াবা খেতি হোৱাত সহায় কৰে; পাৰৰ বালি-অঁহীয়া মাটি; পলস মাটিৰ চামনি পেলায় সোণায়ে। ······ সোণাই শুকায়। মাটি-বোৰত পলস পৰে। পলস-মাটিৰ খেতি। সোণতৰাৰ বাপেক দেওবৰৰ আনন্দ···। দুপুৰা মাটিত সোণায়ে পলস পেলাই গৈছে। এইবাৰ দেওবৰে গোটেই মাটিতে খেতি কৰিব! কোমলধান ৰুব। এৰা, কোমলধান এইবাৰ দেওবৰক লাগিব। কাৰণ ঘৰত গাভৰু ছোৱালী আছে। গাভৰু ছোৱালী ঘৰত বেচিদিন ৰাখি থব নোৱাৰি! পাপৰ বোজা। সোণতৰাক বিয়া দিবৰ কাৰণে তাক কোমলধান লাগিব। সিদিনাখন সোণতৰাৰ পেহীয়েকে সোণতৰাক কঁহুৱাতলীৰ সোণেশ্বৰলৈ দিয়াৰ কথা কৈছিল। ভাল হব সোণতৰাক সোণেশ্বৰলৈ দিলে। সি কৰ্ম্মী লৰা। কষ্ট কৰিব পাৰিব। সোণতৰাৰ মাকৰও মন তাইক সোণেশ্বৰলৈ দিবলৈ। এদিন গৈ সোণেশ্বৰৰ বাপেকক কবগৈ। জীয়েকক সোণেশ্বৰলৈ দিয়াৰ কথা হয়তো দেওবৰে তাৰ বাপেকৰ আগত কবলৈ টান পাব। নকলেও নহয়। নহলে সোণেশ্বৰৰ দৰে কামিলা লৰা সোণতৰালৈ



পোৱা নেযায়। সিহঁত দুয়োৰে মনে মনে মিল আছে বুলিও শুনিছে দেওবৰে। থাওক মিল। বেচি হবলৈ নেপাওঁতেই কিবা এটা চয়-নিচয় কৰিব লাগিব। নহলে ৰাইজৰ গৰিহনা খাব লাগিব।

সোণেশ্বৰলৈ সোণতৰাক দিয়াৰ কথা ভাবি ভাবি দেওবৰ কামত লাগি যায়। গাওঁবুঢ়াৰ ঘৰৰ পৰা চকোৱা-কোমল ধানৰ কঠিয়া আনিছে লাহী-ধানলৈ সলাই। দুপুৰা কোমল-ধানৰ কঠিয়া আনিছে। কাৰণ সোণতৰাৰ বিয়াত সি ৰাইজক দৈ চাউলহে খুৱাব। আজি-কালি কোনোৱে বিয়াত বঙালী চিৰাও খুৱায়। আভকতীয়া বস্তু সি ৰাইজক নুখুৱায়। সি পচন নকৰে চিৰা খুউৱাটো। তাৰ ইচ্ছা মতে পাতিব। জীয়েকৰ বিয়াৰ কাৰণে সি মনহা ম'হৰ-খুটিৰ গাখীৰ আনিব। হাজোৱলীয়া কঁহাৰ আহিলেই তাইৰ লগত দিয়া কাঁহী-বাতিবোৰ কিনি থব। কাপোৰ তাইৰ কাৰণে মাক কালিমায়ে বৈ থৈছে। সেয়ে হব। মুগা, বন-কৰা ৰিহা-মেখেলাও আছে দুযোৰ। বুঢ়ীমাকৰ দিনৰ দুগ্‌দুগীধাৰ আৰু ধৰীয়া মণিধাৰ আছেই। গাম-খাৰুযোৰও আছে। বিয়াত দিবলৈ সৰুদৈয়া জাপিও কিনি আনিব ফুলগুৰি বজাৰৰ পৰা। জাংফাইযোৰও আছেই। জাংফাই থাকিলেও দেওবৰে সোণ-তৰাৰ বিয়াত পুৰণি বস্তু গাম-খাৰু জাংফাইযোৰ নিদিয়ে। সৰুদৈয়া জাপিটো দিব। কাৰণ সৰুদৈয়া জাপি ললে সোণতৰাজনীক ধুনীয়া দেখিব। দেওবৰে সৰুদৈয়া জাপিও দিব। সৰুদৈয়া জাপি কইনাক যৌতুকত দিয়ে। জিলাৰ

মানুহে চ'ৰা-ঘৰ, মাৰল-ঘৰত সজাই থয়। দেওবৰে দেখিছে। জিলাৈল যাওঁতে বৰকেৰাণাৰ ঘৰত বেৰত ওলোমাই থোৱাও দেখিছে। আয়না লগোৱা বৰ-পেৰাটোত সজায় থোৱা দেখিছে গাম-খাৰু এযোৰ। সেইযোৰ হেনু বৰ-কেৰাণীৰ মাকৰ দিনৰ। মাকৰ চিন বুলি ৰাখিছে! কেৰাণীক দেওবৰে খাৰুযোৰৰ কথা সোধোতে কৈছিল বোলে এইযোৰ হেনু পুৰণি বস্তু। আজি-কালি পাবলৈ নাই। কোনোৱে আক' গাম-খাৰু বুলিলে বুজিকে নেপায়। সেই কাৰণেই বৰ-পেৰাত থৈ দিছে। মানুহে চাব। দেওবৰৰ ঘৰত মানুহে নেচালেও দেওবৰ কালিমায়ে চাব মাকৰ চিন বুলি। এৰা, দেওবৰে মাকে যৌতুকত অনা গাম-খাৰুযোৰ ভালকৈ ৰাখিব। কেতিয়াবা মাকলৈ মনত পৰিলে দেওবৰে পেৰাৰ পৰা উলিয়ায় চাব।

জীয়েক সোণতৰাক বিয়া দিয়াৰ কল্পনা কৰি দুগুণ উৎসাহেৰে কামত লাগে। খেতি কৰে। বছৰটো পাৰ হয় দেওবৰৰ আদহীয়া দেহটোৰ ওপৰত বাৰ্দ্ধক্যৰ এটা চাপ থৈ। কপালবাই তেতিয়া লৰিফুৰিব পাৰে। চঞ্চলা সোণতৰাজনী গহীন হয়। অৱশ্যে সোণতৰাৰ কোনটো হৈছিল। বুজা টান। ভৰবয়সত ডেকা-গাভৰুৰ মনৰ ভাব বুজা বৰ টান।

বছৰ ঘূৰে, মাহ পাৰ হয়। মাঘ-বিহু, বহাগ-বিহু, ফাকুৱা পাৰ হৈ যায়। পুনৰ আহে। সোণতৰাক বিয়া দিয়া নহয়। ধকুৱা লেঠা, ৰাইজৰ লেঠাৰ কাৰণে। সোণতৰাৰ মনৰ ভাব সলনি হয়। সোণেশ্বৰ সোণতৰাহঁতৰ ঘৰলৈ অহাযোৱা কৰে। দেওবৰে সোণেশ্বৰক ভাৰি জোঁৱাই পাতে। গাৱঁৰ মইনী বিৰিমায়ে সোণতৰাক সোণেশ্বৰৰ লগত জোকায়। সোণেশ্বৰহঁতৰ গাৱঁত ভাওনা হলে মইনী, বিৰিমাই, সোণতৰা যায় ভাওনা চাবলৈ। সোণতৰাহঁত ভাওনা চাবলৈ গলে সোণেশ্বৰৰ আনন্দৰ সীমা নাইকীয়া হয়। নিভাঁজ প্ৰেমৰ পবিত্ৰ চাৱনী, পবিত্ৰ



মনৰ তান মইনীহঁতে বুজে। এৰা, ভাওনা-ঘৰত ডেকাই গাভৰুক চায়। ......গাভৰুৱে মনৰ মানুহক ......এয়া নতুন কথা নহয়, ককাদেউতাহঁতৰ দিনৰে পৰা চলি অহা কথা। তাকে নাতি-পুতিয়ে অনুসৰণ কৰে।

বৰছিলা গাৱঁলৈ বসন্ত আহিল। গছত কুঁহিপাত ওলাল। সোণাৰু ফুলিল, চাপৰ কেতেকী ফুলিল, আমগছত কপৌফুল ফুলিল। কুলিয়ে মাতিলে; কঠাল মলিয়ালে। গাৱঁত গৰু, ম'হৰ বেমাৰ হ'ল। আই ওলোৱা বেমাৰ মানুহে গৰুৱে হ'ল। গৰু ম'হ মৰি বাকৰি ভৰিল। লুইতত বানৰ জোৱাৰ উঠিল। সোণাই বাঢ়িল ফেনে-ফুটুকাৰে। এৰা, 'কঠালে ধান আমে বান' কঠালে মচি ধৰিলে ধান ভাল হয়, আম মলিয়ালে বান হয়। এইবাৰ আম মলিয়াইছিল বেছিকৈ। আম মলিয়ালে দেওবৰৰ মন মৰি যায়। .......... লুইতৰ দুকুল-ডকা বাঢ়নী পানীত সোণাইৰ চিন নোহোৱা হয়। সোণাই পাৰৰ কঁহুৱানী তল যায়। সোণতৰাহঁতৰ ভৰালঘৰৰ চালে পানী কাটিলে। গৰু ম'হ উটি ভাঁহি গ'ল। .... সোণাইৰ চাকনৈয়াত এনাও মানুহ বুৰিল .. .. এয়া সোণাইৰ বুকুত নতুন আলোড়ন, নতুন ঘটনা। আগতে নোহোৱা, নুশুনা ঘটনা বৰছিলা গাৱঁৰ মানুহে দেখিলে ..... শুনিলে। এয়া সোণাইৰ বুকুৰ কৰুণ কাহিনী আজি সোণাইৰ বুকুত ঘটিল... ! সোণতৰা !! সোণতৰাক চিনাকি সোণাইৰ অচিনাকি চাকনৈয়াই সোণাইৰ বুকুতে সামৰি ললে ... !!! এৰা, সোণাই বালিৰ ওমলৈ গঢ়িউঠা সোণতৰাজনী সোণাই বুকুতে লীন হ'ল।

* * * *

সোণাই শুকাল। পাৰৰ কঁহুৱা বনবোৰ পলস পৰি মৰি গৈছে। স'ৰা গছ-ডালৰ মাজলৈকে পাতবোৰত সোণাই

পানীৰ বোকা লাগি আছে। সোণাইত ঘোলা-পানীৰ সোঁত বৈ আছে। বালিবোৰ শুকাইছে। ওপৰত শুকান মাটিৰ চামনি, তলত বালি। পাৰত ঝাঁওগছ নাই, ····· কঁহুৱা নাই····· সোণাইৰ নিৰ্ম্মল পানী নাই। আছে সোণতৰাক নিয়া কোবাল সোঁত থকা সোণাইখন। শান্ত সোণাই এতিয়া অশান্ত হৈ পৰিছে। সোণাই সোঁতে পাৰৰ গৰা খহাইছে। এৰা, সোণায়ে খহোৱা ওখ গৰা·· ··। পাৰৰ বগৰিজোপা খহাই নিলে, স'ৰাজোপাৰ গুৰিলৈকে মাটিবোৰ খহাই নিলে। এতিয়া সোণাই অক্লান্ত; সোণেশ্বৰ অশান্ত কিন্তু, কিন্তু সোণতৰাই চিৰ শান্তি লভিলে সোণাইৰ বুকুতে···· ।

অশান্ত সোণাই শান্ত হ'ল। সোণাইৰ পানী নিৰ্ম্মল হ'ল। পাৰত পুনৰ কঁহুৱা ফুলিল। বৰছিলা গাৰঁলৈ অৱস্থা ফিৰি আহিল। দেওবৰৰ দেহা ভাঙি পৰিল······ মদন ডেকা হ'ল। সকুছোৱালী গাভৰু হ'ল ··· কিন্তু সোণেশ্বৰ! বিৰহী সোণেশ্বৰে সোণাই পাৰৰ গ'ৰা গছৰ তলত বহি চকুলো টোকে·· ··· সোণাইত গা-ধোৱে···· সোণাইৰ শীতল পানীত সোণেশ্বৰৰ তপত চকুলো পৰি চেঁচা হৈ সোণাইৰ পানীৰ লগত মিলি যায়··· ··। সোণাইৰ শীতল পানীত সোণেশ্বৰে সোণতৰাৰ বুকুৰ ওম বিচাৰি পায়·· ··· সোণাইৰ বালিত সোণেশ্বৰে তাইৰ হেৰাই যোৱা মৰমৰ কণিকাবোৰ বিচাৰি পায়······। সোণতৰাৰ পিক্‌ৰঙা ওঠৰ হাঁহিটোও যেন সি বিচাৰি পাইছিল সোণাই-পৰীয়া সন্ধিয়াৰ বংটোত····· । আজি সোণেশ্বৰ আছে; সোণাই আছে, পাৰৰ কঁহুৱাবনবোৰ আছে কিন্তু, সোণতৰা নাই। তাই নাম আছিল সোণতৰা, নৈখনৰ নাম সোণাই। এৰা, সোণাইৰ লগত সোণতৰাৰ জন্মান্তৰৰ সম্বন্ধ······ ।

—:*:—